# আঁই

ড° বীৰেন্দ্ৰকুমাৰ ভট্টাচাৰ্য্য



এলবিএছ পাব্লিকেশ্যন
আমবাৰী ঃ গুৱাহাটী—৭৮১০০১

প্ৰকাশক :
শ্ৰীখগেন্দ্ৰনাৰায়ণ দত্তবৰুৱা
এলবিএছ পাব্লিকেশ্যন
আমবাৰী : গুৱাহাটী-১

প্ৰথম প্ৰকাশ : আহিন ১৮৮২ শক
দ্বিতীয় প্ৰকাশ : লয়াৰ্চ ( প্ৰথম ) ১৯৭৪ চন
তৃতীয় প্ৰকাশ : এলবিএছ ( প্ৰথম ) ১৯৮৩ মে'
চতুৰ্থ প্ৰকাশ : এলবিএছ ( দ্বিতীয় ) ১৯৮৪ অক্টোবৰ

মূল্য : দহ টকা মাত্ৰ

মুদ্ৰক :
বিচিত্ৰনাৰায়ণ প্ৰিণ্টিং প্ৰেছ,
আমবাৰী : গুৱাহাটী—৭৮১০০১

# আই

॥ এক ॥

ফাগুন সোমোৱাৰ লগে লগে ঢেকিয়াখোৱা গাঁওৰ ওখ বাঁহনিডৰাই বতাহত বাগৰি বাগৰি কেনেকৈ বিনাবলৈ ধৰিলে যেন ক'ৰবাত কোনোবা ঢুকালহে। বাছাৰ সৰু চকুযুৰি বৈ গ'ল। গছ-গছনিবোৰৰ গাত ৰাইথ্ নাই। সি মন কৰিলে, বতাহত আলৈ-আথানি হৈ বাঁহনিৰ পৰা উৰি আহি কেইজনীমান কাউৰীয়ে এজোপা শকত কঁঠাল গছত আশ্রয় লৈ কা কা কৈ আৰ্তনাদ কৰিছে। কঁঠাল গছজোপা ইমান শকত যে অনেক যুঁজিও বতাহে গা লৰাব পৰা নাই। সেই ধীৰ স্থিৰ গম্ভীৰ কঁঠালজোপাই বাছাৰ মনত বাবা ভোলানাথৰ মূৰ্তি মনত পেলাই দিলে। বাবা ভোলানাথৰ দেহত এডাল লেঙুটিৰ বাহিৰে আৰু একো নাই, গাটো ছাই-ভস্মই আবৰি ৰাখে; মূৰত থকা ৰঙচুৱা চুলিৰ জটটো দৌলৰ দৰে জিলিকি থাকে। কেতিয়াবা অকস্মাতে বাবা ভোলানাথ আহি সিহঁতৰ ঘৰ ওলায়হি; দেউতাক থকা কালত বোলে প্ৰায়ে আহিছিল। বাবা ভোলানাথ আহিলে বাৰীৰ চুকৰ এই কঁঠালজোপাৰ তলতে বহেহি। বাছাৰ এতিয়াও মনত পৰে, ভোলানাথে চিলিমে চিলিমে ভাঙ উৰুৱাই অনবৰত ব্যোম ব্যোম কৰি তাৰ সৰু মনত সদায় এক বিস্ময় আৰু কৌতুকৰ সৃষ্টি কৰিছিল।

কাউৰীকেইজনীয়ে বৰ বেছিকৈ কল্‌কলাবলৈ ধৰিলে। সেই শব্দৰ লগে লগে দূৰৰপৰা গাঁৱৰ মানুহবোৰৰ মাত উঠি আহি বাছাৰ কাণত পৰিলহি। মাকে সদায় কয় যে কাউৰীয়ে কল্‌কলালে আলহী আহে। বাছাই ভাবিলে সেইদিনাও সিহঁতৰ ঘৰলৈ কোনোবা আহিব। আজি তাৰ বিদ্যাৰম্ভৰ দিন, মাকে কিবা সকাম পাতিছে। ৰত্ন পণ্ডিত এতিয়াই আহিব। মাকে নিমন্ত্ৰিত আলহীক খুৱাবৰ বাবে চিৰা-আখৈ-পিঠা কৰি থৈছে। গতিকে আলহী বেছি হ'ব যেনেই বোধ হয়।

তেতিয়া পুৱাৰ বেলিয়ে বাছাইতেৰ ফুলনিখনত পোহৰ বিলাইছিল। নিয়ৰৰ টোপালবোৰ মুকুতাৰ দৰে জিলিকিছিল। ওচৰৰে টকৌ গছ কেইজোপাৰ পৰা টপ্ টপ্ কৰে নিয়ৰ সৰিছিল, যেন কোনোবা বাটত আশ্ৰয় লোৱা যাত্ৰীৰ ছাটিৰ ওপৰতহে বৰষুণ সৰি পৰিছে। কাষৰ পুখুৰীত পোনা মাছবোৰ ৰঙত উৰুলীকৃত হৈ সাঁতুৰি ফুৰিছিল। হাতেৰে মোহাৰি মোহাৰি চকুৰ ফেটকুৰি গুচাই বাছাই বিদ্যাৰম্ভৰ কথাকে ভাবিছিল। সিহঁতৰ চুবুৰীটোত পঢ়া ল'ৰা কম। তাৰ সমনীয়া ল'ৰা বেছিভাগেই নপঢ়া-নুশুনাকৈ কাল কটাই দিছে। বেছিভাগৰে ভাব, "খেতিয়কৰ ল'ৰাই পঢ়ি কি কৰিব? খেতিয়ক ল'ৰাৰ কাম হৈছে একমাত্ৰ হাল বোৱা। কিছুমানৰ ভাব, "অকল কঠীয়া সিচি কি হ'ব, যদি ৰুবলৈ মাটিয়েই নাই"— অৰ্থাৎ ধন নাই যেতিয়া পঢ়া মিছা।

বাছাৰ ক্ষেত্ৰত কিন্তু এই কথা নাখাটে। বামুণৰ ল'ৰা নপঢ়িলে খাব কেনেকৈ? তাৰ বাপেক ঢুকাইছে, মাক কিন্তু তাক পঢ়ুৱাবৰ বাবে দৃঢ়-প্ৰতিজ্ঞ। মাটি-বাৰী বন্ধকত দি হ'লেও মাকে তাক পঢ়ুৱাবই। অলপ বুজন হোৱাৰ লগে লগে সি যেতিয়া ওচৰ-চুবুৰীয়া ল'ৰা-ছোৱালীবোৰৰ লগত দিনৰ দিনটো উদণ্ডীয়া গৰুৰ দৰে ঘুৰি-ফুৰিবলৈ ধৰিলে, তেতিয়া মাকৰ মহা চিন্তা হ'ল, আৰু সেয়ে অতি সোনকালে বিদ্যাৰম্ভৰ আয়োজন কৰিলে। মাত্ৰ কেইদিনমান আগতে সি ঘৰলৈ পলমকৈ অহা দেখি মাকে চকুলো টুকিছিল। সেই চকুলো দেখি কিয় জানো তাৰ অন্তৰত বৰ আঘাত লাগিল, মাকৰ বেজাৰ পাতলাবৰ বাবে সি ক'লে, "মা, তই নাকান্দিবি, মই পঢ়িম। ডাঙৰ মানুহ হ'ম, মটৰ কিনিম...।" মাকে তেতিয়া তাৰ গালে-মুখে হাত ফুৰাই কৈছিল, "বাছা, ডাঙৰ মানুহো হ'ব নালাগে, মটৰো নালাগে। কেৱল ভাল হ, মানুহে যাতে অমুকৰ ল'ৰা বুলি ক'লে বেয়া নোবোলে।" তাৰ পিছত মাকে তাৰ কোমল গাল দুখনত দুটি মৰমৰ চুমা খাইছিল।

বাছাৰ বিদ্যাৰম্ভৰ দিন বুলিয়েই নে কি ৰাজলীজনীয়েও আজি গাখীৰ আদ্ পোৱামান বেছিকৈ দিলে। গাখীৰ খীৰাই কৰিয়াটো লৈ গোহালিৰপৰা ওলাই আহোঁতে মাকৰ মনটো সেই বাবে নাচি উঠিল। কিন্তু চোতালতে ধ্যান-মগ্ন শিশু ৰোগীৰ দৰে বৈ থকা ধুনীয়া পুতেকক দেখি মাকৰ মনটো হঠাতে এক অচিন দুখত সেমেকি গ'ল। কৰিয়াটো

মাটিতে থৈ তাক কোলাত তুলি লৈ হিয়া উবুৰিয়াই তেওঁ এটি চুমা খালে। লগে লগে ওচৰত পোৱালি দেখি গাইৰ ওহৃৰাৰপৰা আপোনা-আপুনি গাখীৰ ওলোৱাৰ দৰে মাকৰ চকুৰপৰা আনন্দৰ লোতক ওলাবলৈ ধৰিলে। মাকৰ কোলাত কিছুপৰ থিৰেৰে বৈ, বাছাৰ মন হঠাতে অদূৰৰ কিবা এক আকৰ্ষণত অস্থিৰ হৈ পৰিল। আলিবাটলৈ চাই সি চিঞৰি উঠিল, "সৌৱা বাবা ভোলানাথ আহিছে।" কথা কোৱাৰ লগে লগে সি মাকৰ কোলাৰপৰা নামি দৌৰি গৈ পদুলিমুখত সিফালৰপৰা অহা বাবা ভোলানাথৰ আগত থিয় হ'লগৈ। তাৰ দুণ্ট হাতখনে ভোলানাথৰ কমণ্ডলুটো টানিবলৈ ধৰিলে।

মাকে বাবাক দেখি সন্তৰ্পণে ওৰণিখন ভালকৈ টানি ল'লে আৰু আস্তে-ব্যস্তে তেওঁক নি কঁঠাল-তলত ফু মাৰি বহিবলৈ দিলে। বাবায়ো বাঘৰ ছালখন পাৰি তাতে বহি পৰিল। ওচৰতে বহি বাছাই তেওঁৰ গোটেই শৰীৰটো পুঙ্খানুপুঙ্খৰূপে পৰীক্ষা কৰিবলৈ ধৰিলে। কৌতূহল আৰু বিস্ময়ত তাৰ ফুকলীয়া মন অভিভূত হৈ পৰিল। বাবাৰ মাজত অলৌকিক কিবা এটা প্ৰত্যক্ষ কৰা দৰে তেওঁৰ বহা মেলা, কথা, কাম-কাজ সকলোবোৰকে কৌতূহলেৰে নিৰীক্ষণ কৰিবলৈ ধৰিলে। ক্ৰমাৎ-ক্ৰমে বাবাৰ সি ইমান কাষ চাপি গৈছিল যে শেহত বাবাৰ মোনাত হাত ভৰাই তাৰপৰা কৌতূহলোদ্দীপক আৰু বিস্ময়কৰ নতুন কিবা বস্তু উলিয়াবৰ বাবে সি যত্ন কৰিবলৈ ধৰিলে। তাৰ কাণ্ড দেখি মাকে তাক ধমক্ লগালে আৰু বাবাৰ কাষৰপৰা অলপ দূৰলৈ টানি নি তাতে থিয় হৈ থাকিবলৈ ক'লে। মাকৰ হকা-বধা পাই বাছাৰ মন বেজাৰত সেমেকি গ'ল। সেই দৃশ্য দেখি বাবাই অকস্মাতে হি-হিকৈ হাঁহিবলৈ ধৰিলে আৰু ক'লে, "আহ্ বাছা আহ্। মা জগদম্বাই খং কৰিলেও বাবা ভোলানাথে তোক ৰক্ষা কৰিব।" বাবাৰ মুখত এনে খোলা হাঁহি আৰু লৌকিক কৌতুক শুনি বাছা আচৰিত হ'ল, কিন্তু ভিতৰি ভালো পালে। বাবাজীৰ আহ্বানক্ৰমে সি বাবাজীৰ কোলাত সোমাই পৰি তেওঁৰ ডিঙিৰ মুণ্ডমালা আৰু জটৰ চুলি লিৰিকি-বিদাৰি খন্তেকতে নিজক পাহৰি গ'ল। ইফালে ফাগুনৰ বলিয়া বতাহত বাঁহনিয়ে আগৰ দৰেই বিনাই ৰ'ল। কাউৰী কেইজনীয়ে অনাহকতে বাৰে বাৰে আৰ্তনাদ কৰি উঠিল। তাৰ দৃষ্টি সেইবোৰলৈ ঘূৰি নগ'ল। কেৱল কঁঠালজোপাই আগৰ ৰূপ পৰিহাৰ কৰি বাবা ভোলানাথৰ দেহত বিলীন হৈ পৰিল। বাছাই কঁঠালজোপাৰ কথা পাহৰি গ'ল।

মাকে বাবাক ক'লে, "বাবা আপুনি বহক। মই গা-পা ধুই আহোঁ। আজি কিন্তু আপুনি আমাৰ অন্ন-জল গ্ৰহণ কৰিব লাগিব।"

ভোলানাথে হাঁহিবলৈ ধৰিলে। "মা জগদম্বাৰ ফান্দত পৰিলে আৰু ৰক্ষা ক'ত?" সন্ন্যাসীৰ হৃদয়ৰ বৈৰাগ্য ভেদ কৰি ফুটি ওলোৱা এই অপূৰ্ব মৰমৰ পৰশত বাছাৰ মাকৰ অন্তৰ হঠাতে আৰ্দ্ৰ হৈ পৰিল। গিৰিয়েক চন্দ্ৰনাথ জীয়াই থকা কালত সন্ন্যাসী তেওঁলোকৰ ঘৰলৈ প্ৰায়ে আহিছিল। আপোন-ভোলা গিৰিয়েকৰ সৈতে সন্ন্যাসীৰ স্বভাৱৰ অদ্ভুত মিল। দুয়ো যেন এই সংসাৰত থাকিবলৈ অহা দুজন আলহীহে। সংসাৰৰ কোনো বস্তুৰে প্ৰতি তেওঁলোকৰ মোহ নাই। চন্দ্ৰনাথ পৰিয়াল-পৰিজনৰ মাজত থাকিও যেন সকলোৰে লগত সম্পৰ্ক ৰহিত আৰু একান্ত অকলশৰীয়া। তেওঁৰ হৃদয় সংসাৰৰ সকলো বন্ধনৰপৰা মুক্ত এটি যেন বনৰীয়া চৰাই। গীতা-উপনিষদ-ভাগৱত-পুৰাণৰ চৰ্চাত চন্দ্ৰনাথ পণ্ডিতৰ কঁঠাল-তল সদায় ৰৌ ৰৌৱাই থাকে আৰু সন্ন্যাসী অহা কেইদিন শোৱন-খাৱনো ৰহিত হয়। ধৰ্ম ব্যাখ্যাৰ মাজে মাজে চিলিমে চিলিমে মোহনী ভাঙ খাই সন্ন্যাসীয়ে তন্ময় হৈ থাকে। কিন্তু সময় বুজি হঠাতে তেওঁ সকলো কাম এৰি ধ্যানস্থ হয়, আৰু কেতিয়াবা আসনত বহি ৰাতি-দিন ছেদ-ভেদ নোহোৱাকৈ কটাই দিয়ে। ঢেকিয়াখোৱা আৰু ওচৰ-পাজৰৰ গাঁওবোৰত সন্ন্যাসীৰ মহিমাৰ কথা সকলোৱে জানিছিল আৰু মানুহে তেওঁক নিৰ্বিকল্প মহাসাধক বুলি গণ্য কৰিছিল। বহুতো মানুহে দুৰাৰোগ্য ব্যাধি আৰু দুৰ্জয় মনোকষ্টৰপৰা উদ্ধাৰ পাবৰ বাবে সন্ন্যাসীৰ ওচৰত কেতিয়াবা কেতিয়াবা উপায় বিচাৰি আহে। সন্ন্যাসীয়ে সহস্যে সিহঁতক বিদায় দি কয় যে এইবিলাকত তেওঁৰ দখল নাই। সন্ন্যাসীৰ এই বিনয়পূৰ্ণ বাক্য মানুহে মানি নলৈ চন্দ্ৰনাথকে নানা অনুনয়-বিনয় কৰি কৈ যায় যাতে তেওঁ সন্ন্যাসীৰপৰা অব্যৰ্থ মহৌষধ অথবা কৱচ কেইটামান আদায় কৰি লব পাৰে। কিন্তু চন্দ্ৰনাথৰ সহস্ৰ অনুনয়-বিনয় অথলে যায়; তেওঁ হাঁহি হাঁহি কয়, "চন্দ্ৰনাথ, এইবোৰততো মোৰ অধিকাৰ নাই।" অৱশ্যে সন্ন্যাসীয়ে যে একেবাৰে চিকিৎসা নাজানিছিল, এনে নহয়। চন্দ্ৰনাথৰ এবাৰ সন্নিপাত জ্বৰ হওঁতে সন্ন্যাসীয়ে নিজে তেওঁৰ লগত থাকি শুশ্ৰূষা কৰি দৰব খুৱাই ভাল কৰিছিল। কিন্তু সেই এবাৰহে যি তেওঁ চিকিৎসা কৰিলে। তাৰপাছত সংসাৰৰ মায়া পৰিত্যাগী যোগী সন্ন্যাসীৰ হাতৰপৰা কোনেও ঔষধ বিচাৰি পোৱা

নাই। তেওঁৰ গুৰিলৈ সাংসাৰিক সাধনাৰ অভিপ্ৰায়েৰে যোৱাও অৰ্থহীন। সন্ন্যাসীৰ একমাত্ৰ দেয় হৈছে আধ্যাত্মিক মহৌষধ—যি মহৌষধৰ বলত মানুহে সদ্গতি লাভ কৰি সকলো জন্মৰ নিকাৰৰ মুক্তি পায়। চন্দ্ৰনাথে পিছলৈ এই কথা বুজি মানুহবোৰক দৰব বিচাৰি আহিবলৈ হাক দিছিল।

বাছাৰ মাকৰ এইবোৰ কথা মনত আছে। সেই কাৰণে তেওঁ সন্ন্যাসীৰ ওচৰত অন্ন-জল নিবেদন কৰি আশীৰ্বাদ গ্ৰহণৰ বাহিৰে আন আকাঙ্ক্ষা একো কৰা নাছিল। কিন্তু সন্ন্যাসীৰপৰা কোনো পোনপটীয়া উত্তৰ নাপাই স্পষ্টভাৱে সন্ন্যাসীৰ ইচ্ছা জানিবৰ অৰ্থে ক'লে, "বাবা, ক'তা আপুনি দেখোন একো উত্তৰ নিদিলে।"

বাবাই ক'লে, "গৃহস্থীৰ অন্ন-জল গ্ৰহণ কৰা সন্ন্যাসীক নুশুৱায় আই।"

বাছাৰ মাক নিৰুপায়ত পৰিল। পূৰ্বেও সন্ন্যাসী আহিলে কঁঠাল-তলতে থাকে কিন্তু কাৰো ঘৰত নাখায়। খায়ো খুব কম। কেতিয়াবা পোৱা সিধাৰে আৰু কেতিয়াবা ফল-মূলেৰে আহাৰ গ্ৰহণ কৰি সন্ন্যাসীয়ে কাল কটাইছিল। সেই বাবে ভাত খাবলৈ কৰা অনুৰোধ তেওঁ আজিও প্ৰত্যাখ্যান কৰিলে। বাছাৰ মাকে মনে মনে লাজ পালে, আৰু কি কৰিম কি নকৰিম ভাবি দোধোৰমোৰতক'লে, "তেনেহ'লে বাবা, বহক। মই গা-পা ধুই আহোঁগৈ। আপোনাৰ আশীৰ্বাদ লব লাগে। তাতে আজি বাছাৰ বিদ্যাৰম্ভৰ দিন।"

কথাষাৰৰ অদ্ভুত প্ৰতিক্ৰিয়া হ'ল; বাছাৰ মাকৰ ফালে চাই সন্ন্যাসীয়ে ক'লে, "বাৰু আই। বাছাক আশীৰ্বাদ দিম। তুমি গা ধুই আহা।" বাছাৰ মাক গ'লত সন্ন্যাসীয়ে বাছাক লৈ ধেমালি কৰিবলৈ লাগিল; ল'ৰালিত কণ শিশু চাৰ নে ডাঙৰ শিশু চাৰ তাক ধৰিবপৰা নগ'ল। মাক গা ধুবলৈ গ'ল। বাছাই সন্ন্যাসীৰ মোনা জোকাৰি ৰঙা কাপোৰ এখন, গছৰ শিপা দুডালমান, ভাঙ কুটা কটাৰী এখন আৰু সৰু নোটবুক এটি উলিয়াই তেওঁক সুধিলে, "বাৰু বাবাজী তোমাৰ গাত কাপোৰ নাই কিয়?"

"যাৰ ঢাকিবলৈ লাজেই নাই, তাক কাপোৰ কেলেই?"

"তোমালোকৰ লাজ নালাগে?"

"ওহোঁ। আমি যে দিগম্বৰ।"

"দিগম্বৰ মানে কি ?"

"নাঙঠ", বুলি সন্ন্যাসীয়ে হাঁহিবলৈ ধৰিলে।

বাছাই একো নুবুজিলে। কিয় তাৰদৰে সৰু ল'ৰা এটাই কাপোৰ পিন্ধে অথচ বাবাৰ দৰে ডাঙৰ মানুহ এটাই কাপোৰ নিপিন্ধে ? "তুমি কাপোৰ নিপিন্ধা, তেন্তে মই পিন্ধো কিয় ? মাই কালি যোৰহাট বজাৰৰ পৰা এটা নতুন চোলা অনাই দিছে।"

সন্ন্যাসীয়ে তাৰ গালে মুখে হাত ফুৰাই ক'লে, "কাপোৰ পিন্ধিলে ডাঙৰ হ'বা বুজিছা।"

বাছাই সুধিলে, "তুমি সৰু হৈয়ে থাকিবা নেকি ?"

"ডাঙৰ হৈনো কি কৰিম ? মানুহ যিমানেই ডাঙৰ নহওক, মা জগদম্বাতকৈ কোনো ডাঙৰ হ'ব নোৱাৰে। আমি যিমানে ডাঙৰ নহও কিয়, মাই সদায় সৰু বুলিয়েই ভাবে।"

সন্ন্যাসীৰ মাকগৰাকীৰ কথা শুনি বাছা আশ্বস্ত হ'ল। হক-তেও, সকলোৰে মাক আছে। সেই মাকৰ মনত সন্ন্যাসী এতিয়াও সৰু বাছা।

বাছাৰ মনত কল্পনাৰ পাখি লাগিল। মনে মনে সি মা জগদম্বাৰ ৰূপ কল্পনা কৰিবলৈ ধৰিলে। এই মাক থাকে ক'ত ? তেওঁ কৰে কি ? তেওঁ তাৰ মাকৰ দৰে ধান বানে নে নাই, খৰি ফালে নে নাই, গাখীৰ খীৰাই নে নাই। কল্পনাতে উৰি উৰি ক্লান্ত হ'লত সি সন্ন্যাসীক সুধিলে, "তোমাৰ মা ক'ত আছে ?"

এই নিৰ্দোষ প্ৰশ্নত সন্ন্যাসী খুব সন্তুষ্ট হ'ল। কাৰণ এই প্ৰশ্নটো তেওঁ সদায় কৰে নিজকে ; তাৰ উত্তৰেই হৈছে তেওঁৰ জীৱন। তেওঁ ক'লে, "মা সকলোতে আছে। তেওঁ মোৰ মা, কিন্তু জগতৰো আই।"

"আই মানে কি ?" বাছাই সুধিলে।

সন্ন্যাসীয়ে জানিছিল যে মা আৰু আইৰ মাজত প্ৰভেদ নাই, মাত্ৰ বোলাৰ অভ্যাসত যি প্ৰভেদ, সেয়ে। কিন্তু বাছাৰ মনত মাৰ এক বহল কল্পনা জাগৰিত কৰিবৰ মনেৰে তেওঁ ক'লে, "সকলোৰে মাক।"

"তেওঁ থাকে ক'ত ?" বাছাই আচৰিত হৈ সুধিলে।

"ইয়াত !" বুলি সন্ন্যাসীয়ে নিজৰ দেহলৈ আঙুলিয়ালে। বাছা আৰু আচৰিত হ'ল। সন্ন্যাসীয়ে কয় কি ! সি তৎক্ষণাত ক'লে, "আইক দেখুৱাবানে ? দেখুওৱানা।"

সন্ন্যাসীয়ে বিপাণ্ডত পৰি ক'লে, "বাছা, তোমাল মাৰাই মোৰ আই।"

"মা !"

"অঁ। মাৰকে সেই আই বুলি ভাবিবা।"

"মোৰ মা সকলোৰে আই ?"

"অঁ।" বুলি সন্ন্যাসীয়ে বাছাক যিমান আগ্ৰহেৰে কোলাত তুলি লৈছিল, ঠিক সিমান নিৰ্লিপ্তভাৱে তাক কোলাৰপৰা নমাই দি এচটা কাঠৰ ওপৰত ছুৰি-কটাৰীৰে ভাঙ কুটিবলৈ লাগিল। সন্ন্যাসীৰ কোলাৰপৰা বঞ্চিত হৈও বাছাই নিজৰ কৌতূহল নিবাৰণ কৰিব নোৱাৰিলে। সন্ন্যাসীক চাবলৈ আহি কঁঠাল-তল ভৰিপৰা এজাক ল'ৰালৈ ইতিমধ্যে তাৰ চকু গ'ল। সিহঁতৰ আগত গৈ সি সগৌৰৱে ঘোষণা কৰিলে যে সন্ন্যাসীৰ এনেকুৱা এগৰাকী আই আছে যি গৰাকী সকলোৰে-মাক। তাৰ মাকৰ মাজতে বোলে আই আছে।

"হয়তোন, তোৰ মাৰক দেখোন আমি সবে আই বোলোঁ।" ৰীতিয়া বুঢ়া ভকতৰ পুতেক কেন্দুকলায়ে ক'লে।

"হেৰ, তোৰ মাৰ দাড়ি-চুলি পকা সন্ন্যাসীৰ আই কেনেকৈ হ'ব ! বয়সত বহুত সৰু।" খগ বায়েনৰ পুতেক যোগেনে তাৰ প্ৰতিবাদ কৰি ক'লে।"

বাছাই সন্ন্যাসীক ভুল ধৰা সহ্য কৰিব নোৱাৰি খঙতে ক'লে, "তইনো জান কিটো ?

সিহঁতে কোনেও সন্ন্যাসীৰ আইক চিনি নাপায়, তথাপি বাছাৰ ধাৰ কৰা জ্ঞানক ওফৰাই দিবলৈ যোগেনৰ বেছি পৰ নালাগিল। বাছা একৰকম উপলুঙাৰ পাত্ৰৰ দৰে হৈ পৰিল। ফলত সি "আই"ক ৰক্ষা কৰিবৰ বাবে মাৰি লৈ যোগেনক খেদি গ'ল। কাজিয়াৰ সূত্ৰপাত হৈছিল, কিন্তু তেনেতে বাছাৰ মাকে বাছাক চিঞৰি ভিতৰলৈ মাতিলে। ইফালৰপৰা বুঢ়া ভকতৰ লগত কথা পাতি পাতি ৰত্ন পণ্ডিত ভিতৰ সোমাই আহিল। ল'ৰাহঁতৰ কাজিয়া তৎক্ষণাৎ বন্ধ হ'ল আৰু বুঢ়া ভকতৰ ছেৰেকনিৰ কোবত ক'ৰ ল'ৰা কেনি পলাল তাৰ ঠিক নহ'ল। বাছাও সেমেনা-সেমেনিকৈ ভিতৰলৈ গ'ল।

ৰত্ন পণ্ডিতে সন্ন্যাসীক সন্তৰ্পণে সেৱা এটি কৰি পূজাৰ যো-জা কৰিবৰ বাবে গোসাঁই-ঘৰ পালেগৈ। বুঢ়া ভকতেও তেওঁক অনুসৰণ কৰি সেৱা জনাই কঁঠাল-তলতে ফু মাৰি বহি পৰিল।

সন্ন্যাসীৰ ভাঙ কুটা শেষ হ'লত তেওঁ বুঢ়া ভকতলৈ মূৰ তুলি চালে। বুঢ়া ভকতে ক'লে, "কেতিয়াবা অহা হ'ল !"

"অলপ আগতে।"

"চন্দ্ৰনাথ গ'ল।"

"সবেই যাব।" বুলি চিলিমত কুটা ভাঙ ভৰাই সন্ন্যাসীয়ে হাঁহিলে। বুঢ়া ভকতে পদ মাতিলে,

"দেহ ভৈলে বৃক্ষ জীৱ পৰমাত্মা পক্ষীৰ আকাৰ হুই।"

গূঢ়াৰ্থ উপলব্ধি কৰি সন্ন্যাসীয়ে ঢেক্ ঢেক্কৈ হাঁহিবলৈ ধৰিলে। ইতিমধ্যে বাছাই বুঢ়া ভকতক এখন পিৰা দি গ'লহি। বুঢ়া ভকতে মাটিৰপৰা উঠি তাতে টিকাটো থ'লে। সন্ন্যাসীয়ে ভৰোৱা চিলিমটো হাতত লৈ তেনেতে চিঞৰিলে, "আই, অলপ জুই দিয়া।" তাৰপাছত বুঢ়া ভকতলৈ চাই ক'লে, "সৱ ভুৱা। কেৱল এয়ে সত্য। একমাত্ৰ আইৰ বাহিৰে সব মিছা।"

বুঢ়া ভকতে হুমুনিয়াহ ছাৰি ক'লে, "আমি সংসাৰী জীৱ। সংসাৰৰ মায়া এৰিব পৰা নাই, ঈশ্বৰ। পিছে আজিকালি গোটেইখন ব্যভিচাৰ হ'ল। ধৰ্ম্মৰ বধ হৈছে, প্ৰভু। মানুহবোৰৰ লালসা বেছি হ'ল।"

"কামিনী-কাঞ্চনৰ মোহত মানুহ পাগল। লালসা নাবাঢ়িব কিয় ?"

"কলি কাল, ঘোৰ কলি কাল, প্ৰভু। ধৰ্ম-মোক্ষ এইবোৰ বজাৰৰ বস্তু হ'ল।" বুঢ়া ভকতে ক'লে।

"সৱ কচু পাতৰ পানী, বুজিছা বুঢ়া ভকত। চন্দ্ৰনাথ গ'ল তুমিও যাবা। এতেকে ভগৱানত শৰণ লোৱা।"

বুঢ়া ভকতে উত্তৰ দিবলৈ সময় নাপালে। গা ধুই শুধ্ বগা কাপোৰ পিন্ধি অহা বাছাৰ মাকৰ ফালে চাই বুঢ়া ভকত থৰ হৈ ৰ'ল। তেওঁৰ হাতত সিধা আৰু জুই। দুয়োটাকে আগবঢ়াই দি তেওঁ সন্ন্যাসীক সন্তৰ্পণে সেৱা কৰিলে। সন্ন্যাসীয়ে আশীৰ্বাদ দি ক'লে, "মনস্কামনা পূৰ্ণ হওক, আই। চন্দ্ৰনাথ বৰ সাধু পুৰুষ আছিল, তেওঁৰ ল'ৰাও সাধু হ'ব।"

চন্দ্ৰনাথৰ কথা ওলালতে বাছাৰ মাকে চকুপানী ৰাখিব নোৱাৰিলে। কোনোৰকম আত্মসম্বৰণ কৰি তেওঁ ক'লে, "আশীৰ্বাদ কৰক, মোৰো যেন সোনকালে গতি হয়।"

"ওহোঁ। নহয় আই, তোমাৰ যাবৰ নৌ হয় এথোন। বাছাক ডাঙৰ-দীঘল কৰা, বৰমইনাৰ বিয়া পাতা। তেহে যাব পাৰিবা।"

সন্ন্যাসীৰ আশিষ বাণী শিৰত লৈ বাছাৰ মাক লাহে লাহে সন্ন্যাসীৰ কাষৰপৰা উঠি ভিতৰলৈ গ'ল। ভিতৰত পূজাৰ কাম বহুত বাকী আছিল।

বুঢ়া ভকতে সন্ন্যাসীৰ গুৰিত চন্দ্ৰনাথৰ পৰিয়ালৰ লগত সিহঁতৰ সম্বন্ধৰ কথা কৈ কৈ আপোন পাহৰা হ'ল। দুয়ো পৰিয়ালৰ ভিতৰত সম্বন্ধ ভাই-ককাইৰ দৰে ; বাছাহঁতৰ মাটি সিহঁতে খায়। কিন্তু এতিয়া ল'ৰাহঁতৰ দিনত সেই সম্বন্ধত লাহে লাহে ঘুণে ধৰিছে।

সন্ন্যাসীয়ে ভকতৰ কথা শুনি ক'লে, "মাটি কম, মানুহ বেছি। সেয়ে গণ্ডগোল। মানুহে ক'ত মাটি খাব, মাটিয়েহে মানুহক খাইছে।" কথা কোৱাৰ লগে লগে বাবাৰ ধনৰ আধ্যাত্মিক দুৱাৰ খোল খাই গ'ল। ধাৰাবাহিক গতিত ওলাই আহিল সংসাৰৰ অসাৰতা আৰু তাৰপৰা উদ্ধাৰ পোৱাৰ উপায়ৰ কথা। লালসা ত্যাগ কৰিব নোৱাৰিলে উদ্ধাৰ পোৱা টান।

কথা আৰু কিছুদূৰ আগ বাঢ়িলেহেঁতেন, কিন্তু তেনেতে বাছাই ন ফলি-পুথি লৈ সন্ন্যাসীক সেৱা কৰিলেহি। লগে লগে সমজুৱা সকলো আহি সন্ন্যাসীৰ আশে-পাশে বহি পৰিলহি। সকলোৰে সমুখত সন্ন্যাসীয়ে বাছাৰ হাতত ফলি গুটি দি "আই" শবদটো লেখোৱালে। লগে লগে তাক কোলাত লৈ ক'লে, "এই আইক অকল লেখিলেই নহ'ব, পঢ়িব লাগিব, জানিব লাগিব আৰু সশ্ৰদ্ধ ভালপোৱাৰ পূজা কৰিব লাগিব।" সকলো সমজুৱাই বাছাৰ লেখা চাই আপোন মন্তব্য আৰু আশীৰ্বাদ দিলে। বুঢ়া ভকতে মৰমতে বাছাক সন্ন্যাসীৰ কোলাৰপৰা নি নিজৰ কোলাত সুমুৱাই ক'লে, "বোপাই অ', দেউতাৰৰ নাম ৰাখিব, গাঁৱৰ নাম ৰাখিবি।" বাছাই মৰমত অভিভূত হৈ সুধিলে, "বাৰু বুঢ়া ভকত, কেন্দুকলাইহঁতে নপঢ়ে নে কি ?"
বুঢ়া ভকতৰ নাকেদি এটা হুমুনিয়াহ সৰি গ'ল। ক'লে, "আমাৰ ল'ৰাই কি পঢ়িব বোপাই !"

সন্ন্যাসীয়ে হঠাতে ক'লে, "এইটো হীন ভাব, বুঢ়া ভকত। সৰু ল'ৰাই পঢ়িব পাৰে, সৰেই এক শক্তিৰ অংশ।"

বাছাই সুধিলে, "আইক প্ৰাৰ্থনা কৰিলে আয়ে সিহঁতক পঢ়ুৱাব নে বাবা ?"

সন্ন্যাসীয়ে একো নামাতিলে। সকলোৱে মন কৰিলে সন্ন্যাসী হঠাতে ধ্যানস্থ হৈ পৰিছে। অগত্যা মানুহখিনি উঠি পৰিল আৰু দিহা-দিহি ঘৰলৈ যাবলৈ ধৰিলে। কিছু পৰৰ পাছত একমাত্র বাছাৰ বাহিৰে আৰু তাত কাকো দেখা নগ'ল। সিও ভালেমান সময় সন্ন্যাসীৰ উত্তৰ বিচাৰি শেষত নিষ্ফল হৈ ভিতৰলৈ লৰ মাৰিলে।

আবেলিলৈকে সন্ন্যাসীৰ ধ্যান ভঙ্গ নহ'ল। বতাহত বাঁহনিখন ওৰে দিন কঁপি আছিল। সন্ন্যাসীক শুশ্রূষা কৰা আৰু সিধা গ্রহণ কৰোৱাৰ ক্ষীণ আশা বুকুত বান্ধি বাছাৰ মাকো ওৰে দিন লঘোণে ৰ'ল। যেতিয়া সন্ন্যাসীৰ ধ্যান ভঙ্গ হ'ল, তেতিয়া সন্ধিয়া নামি আহিছে। হাবিত শিয়ালে হোৱা দিছে, চৰাইবোৰ বাহলৈ উভতিছে আৰু গোহালি সোমোৱা গৰু এজনীয়ে পোৱালি বিচাৰি হেম্বেলিয়াইছে। বাছাৰ মাকে ছাগলীৰ গৰালত জপনা দি আহি সন্ন্যাসীক যেতিয়া সুধিলেহি কিবা খাব নেকি, তেতিয়া সন্ন্যাসীয়ে ক'লে, "নাই আই, আজি মই আহাৰ গ্রহণ কৰিব নোৱাৰোঁ, আজি আউসী। শ্মশানত পূজা আছে।"

বাছাৰ মাকে তথাপি উভতি যোৱাৰ লক্ষণ নেদেখুৱাত সন্ন্যাসীয়ে তেওঁৰ মুখলৈ চাই ক'লে, "ব্রত ভঙ্গ কৰাগৈ আই। মোৰ আদেশ। যোৱা। মই আশীর্বাদ কৰিছোঁ, তোমাৰ পুণ্যত বাছা মহিমান্বিত হওক।"

বাছাৰ মাকে অধিক অনুৰোধ নিষ্ফল বুলি ভাবি বাছাক ওচৰলৈ মাতি আনিলে আৰু দুয়ো সন্ন্যাসীক ভক্তিভৰে সেৱা কৰিলে। তেতিয়া মুনিচুনি বেলিকা, মানুহক নমনাত পৰিছে। গাঁৱৰ ডবা-শংখ বাজি উঠিল।

সন্ন্যাসীয়ে আশীর্বাদ কৰিয়েই উঠি পৰিল। তাৰপাছত বাছাক ওচৰলৈ মাতি আনি গালে মুখে হাত ফুৰাই ক'লে, "এই আইক মানি চলিবা দে বাছা।" বাছাই 'অঁ' বুলি শলাগিয়েই সুধিলে, "ক'লৈ যোৱাগৈ, বাবা!" সন্ন্যাসীয়ে নিৰ্বিকাৰ চিত্তে হাঁহিবলৈ ধৰিলে। কোনো উত্তৰ নিদিলে। "ৰাতি তোমাক বাঘে খাব, বাবা।" বাছাই সমবেদনাত মাত লগালে। সন্ন্যাসীয়ে ক'লে, বাছা, মা জগদম্বাই মোক হাত বাউল দি মাতিছে, মই যাওঁ।"

"তোমাৰ মা বেয়া মানুহ।"

"ওহো খুব ভাল। তেওঁ মোক খুব মৰম কৰে।"

বাছাই আচৰিত হৈ খোজ লোৱা সন্ন্যাসীৰ মুখলৈ চাই ৰ'ল। মাকে ক'লে, দুখুনীক নাপাহৰিব। যোৱাজনটো গ'লেই। তদুপৰি বাছা…"। কোৱা শেষ নৌ হওঁতেই তেওঁৰ চকুপানী ওলাল। সন্ন্যাসীয়ে অভয় দি লাহে লাহে ঘন আন্ধাৰৰ মাজেদি বাট বুলিবলৈ ধৰিলে।

বহুত দূৰৈৰপৰা এটা ফেউৰাই মাতিলে। বাছাই তাকে শুনি ক'লে, "আই, বাঘ ওলাইছে। বাবাক খাব।"

বাছাৰ মুখত "মা"ৰ সলনি "আই" শব্দ শুনি মাকে বিষাদৰ মাজতো নাহাঁহি নোৱাৰিলে। তাৰ মনৰ ওপৰত সন্ন্যাসীৰ কি গভীৰ প্ৰভাৱ পৰিছে, তাক তেওঁ তাৰপৰাই ধৰিব পাৰিলে। তেওঁ ক'লে, "বাবাক নাখায়। আয়ে ৰখি থাকিব।"

বাছাই ক'লে "তইহে আই। তই দেখোন যোৱাই নাই।"

মাকে ক'লে "মোৰ ভিতৰতহে আছে আই, তেওঁ গৈছে।"

বাছাই পৰম বিস্ময়ত দূৰৰ অন্ধকাৰলৈ চাই পঠিয়ালে। একো নমনিলে। তেনেতে বননিত এজনী চৰায়ে চিঞৰিলে, "সহদেউ কি কহ কহ।"

## ॥ দুই ॥

মানুহে কয় বাছাৰ মাক সাক্ষাৎ লক্ষ্মী। লক্ষ্মী হ'বলৈ হ'লে কি কি গুণ লাগে ক'ব নোৱাৰো কিন্তু মতা মানুহৰ অবিহনে এখন ঘৰ নিয়াৰিকৈ চলোৱা আৰু চলাই তাৰপৰা সুফল লাভ কৰা এগৰাকী অশিক্ষিতা আদহীয়া বাৰী মানুহৰ পক্ষে কম কৃতিত্বৰ কথা নহয়। বাছাৰ মাকৰ নামে স্বৰ্ণ। দিনটো মানুহজনীয়ে টাকুৰী ঘূৰা দি ঘূৰি কাম কৰে। ৰাতি বনৰপৰা আৰম্ভ কৰি ৰাতিৰ চকু সামৰালৈকে খোৱা-বোৱা, গৰু-ছাগলী এৰাল দিয়া, বাৰী চিকুণোৱা, টানে-আপদে খৰি লুৱা আৰু ফলা—এই সকলোবিলাক দৈনন্দিন কৰ্তব্যৰ লগতে খেতিৰ মাটি চলোৱা, কটনা-কাটি বাছাৰ ফিজ উলিওৱা, মাহেকে-পষেকে মিতিৰ ৰাখিবলৈ অথবা গৰজত ইঘৰ-সিঘৰ ফুৰিবলৈ যোৱা

পৰ্ব দিনত ব্ৰত-উপবাস শ্ৰাদ্ধ কৰাকে আদি কৰি গৃহস্থালিৰ সকলো জুৰালি আঁৰ নোহোৱাকৈ মৰা দেখিলে স্বৰ্ণক মানুহে সঁচাকৈয়ে লক্ষ্মী নুবুলি নোৱাৰে। তদুপৰি স্বৰ্ণৰ গৃহস্থালিত কোনো অভ্যাগত বা ওচৰ-চুবুৰীয়া আজিকোপতি অসন্তুষ্ট হোৱা নাই। পুৱাৰপৰা গধূলিলৈকে সকলোকে নম্ৰ ব্যৱহাৰেৰে সন্তুষ্ট ৰাখি বাছাৰ পঢ়া-শুনা নিয়মিত মতে তদাৰক কৰাৰ্লৈকে সকলোতে তেওঁৰ সমান সুনাম।

বাছাৰ বিদ্যাৰম্ভৰ সম্পূৰ্ণ সাত বছৰৰ মূৰত স্বৰ্ণদেৱীৰ গৃহস্থালিত এক অভূতপূৰ্ব সমস্যাৰ উদ্ভৱ হ'ল। বুঢ়া ভকতৰ পুতেক মনহঁতে দিয়া আধি খোৱা মাটিৰ ধান জোখাৰে আধা কম ওলাল। দুয়ো ঘৰৰ ভিতৰত ঘুণে ধৰা সম্বন্ধত এটা ডাঙৰ ফাট মেলিলে। বাছাৰ ডাঙৰ ককায়েক যিটোৱে বাগানত কাম কৰে তাক খবৰ দি মতাই অনা হ'ল। সি আহি নিজে বাছাক লগত লৈ পথাৰলৈ গ'ল আৰু খেতিৰ তন্নতন্নকৈ হিচাপ ললে। হিচাপত ঠিক হ'ল যে ধান ইমান কম ওলোৱাৰ কাৰণ কেইবাটাও। প্ৰথমতে মনহঁতৰ গৰুহাল চৰকাত মৰাত মৰকীয়াকৈ হাল বাব লগা হোৱাত হালো অনিয়মীয়া হ'ল আৰু মাটিও ভালকৈ চহ নহ'ল। দ্বিতীয়তে, খেতিৰ ধান পথাৰৰ-পৰাই আজিকালি চুৰি হয়। তৃতীয়তে, মনহঁতৰ ঘৰত আগৰ দৰে কামিলা মানুহ নোহোৱাত পৰিল। মনহঁতৰ কামত উছাহ কমি গৈছে। ঘৰত খাওঁতা বেছি হ'ল আৰু বেমাৰ-আজাৰতো হালোৱাৰ দেহ পৰি গৈছে ; খৰছ-পাতি দিনক দিনে চৰি গৈছে ; গতিকে মনহঁতৰ কামৰ পৰিমাণো কমিছে। বাছাৰ ককায়েকৰ মেজাজ বেয়া, খঙতে সি খেতি নোহোৱাৰ সকলো দোষ মনহঁতৰ ওপৰত জাপি দি আৰু গালি-গুলে পাৰি মাটি অইনক দিম বুলি সদম্ভে ঘোষণা কৰি গুচি আহিল। মনৰ বাপেক বুলি ভকতে এই কথা শুনা মাত্ৰকে তৎক্ষণাৎ আহি বাছাহঁতৰ ঘৰ ওলালহি আৰু চ'ৰাঘৰ সোমাই মাতিলে, "ৰৰবোপা, আছানে ?"

ৰৰবোপাই তেতিয়া জুহালৰ গুৰিত বহি সকলো কথা মাকৰ আগত কৈ অতাই একটি গৰম চাহ পিবলৈ কাৰবাৰ কৰিছিল। মাকে কথা শুনিহে গ'ল, কোনো মন্তব্য নিদিলে।

তেনেতে বাহিৰত বুঢ়া ভকতৰ মাত শুনি সি নিজৰ অলপ আগৰ ব্যৱহাৰৰ কথা ভাবি লাজ পালে। মন পাতলিলত তাৰ ভাব হ'ল বুঢ়া ভকতৰ পুতেকহঁতৰ লগত আজি সি উচিত ব্যৱহাৰ নকৰিলে।

পিতৃ-পুৰুষানুক্ৰমে বুঢ়া ভকতৰ ঘৰেই সিহঁতৰ মাটি কৰি আছিছে, আজি কেৱল এটা কথাত সিহঁতৰ লগত কাজিয়া কৰি আঁতৰি যোৱা জানো ভাল কাম। কিন্তু কাজিয়া নকৰি উপায় কি আছে? নিয়মমতে পাব লগা ধনকেইটা নাপালে সিহঁতৰ যে মৰণ।

চাহটোপা খাই সি যেতিয়া চ'ৰা-ঘৰলৈ আহিল, তেতিয়া বুঢ়া ভকতে মাকে যতনাই দিয়া চটাই মৰাখনত বহি বহি দপাত হোঁপাৰ লগে লগে খেতিৰ দুৰ্দশাৰ কথা বৰ্ণনা কৰিছে। তেওঁৰ বক্তব্যৰ আচল সাৰমৰ্ম হ'ল এয়ে : কলিকালত ল'ৰা-লুৰিবোৰ উতনুৱা হৈ গৈছে, কথা ক'লে নুশুনে, গাত লাগি কাম নকৰে, পৰুৰ যত্ন নলয়, বেলিকৈ শুই উঠে ইত্যাদি ; গতিকে খেতি-বাতি তললৈ গৈছে, সাতেসোতৰে তেওঁ এতিয়া বিষয়-আসক্তি পৰিহাৰ কৰি সন্ন্যাসীৰ উপদেশমতে পৰম পদত চিত্ত অৰ্পণ কৰিছে।

বুঢ়া ভকতৰ খেদৰ কাৰণ কি তাক বৰবোপাই ধৰিব নোৱাৰিলে, কিন্তু মাকে সূক্ষ্ম চকুৰে তাৰ গুঢ়াৰ্থ উপলব্ধি কৰি ক'লে, "তথাপি নিজৰ পেটৰ পোৱালীবোৰকনো কেনেকৈ দলিয়াই পেলাবা? ল'ৰা-লুৰিৰ দিনত ঘি হয় হ'ব। কিন্তু আমি জীয়াই থকা দিনকেইটাত এনে কাজিয়া-পেচাল হ'বলৈ নিদিবা। স্বৰ্গত থকা আত্মাবোৰে কষ্ট পাব।"

"নহয়নো কি আকৌ!" এই বুলি বুঢ়া ভকতে চিলিমত এটা দীঘল টান মাৰি মুখেৰে ধোঁৱাখিনি উলিয়াই দি বৰবোপাৰ ফালে চাই ক'লে "পিছে কেতিয়া বা অহা হ'ল। আমাৰ ফালে বোলে গৈছিল। পাক এটা নামাৰিলে কেলেই?" এই সঙ্গত প্ৰশ্নৰ কোনো উত্তৰ বৰবোপাই বিচাৰি নাপালে। সিহঁতৰ ঘৰৰ লগত বাছাইঁতৰ ঘৰৰ চাল-চলনৰ অমিল আছে, কিন্তু মনৰ অমিল কোনো কালেই নাছিল। এতিয়া সিহঁত দুঘৰৰ ভিতৰত আহ-যাহো কমিল। কেতিয়াবা মনহুঁত আহিলেও ঘৰুৱা ভাল-বেয়াৰ কথাতকৈ গৰু কিনিবলৈ ধাৰ বিচাৰি বা অন্যান্য তেনে অৰ্থনৈতিক কাৰণতহে আহে। লাহে লাহে দুয়োঘৰৰ মনৰ অমিল বাঢ়ি আহিছে।

মাকে সেই প্ৰসঙ্গ তল পেলাবলৈ ক'লে, "গ'ল কথা গুচিল। বুজিছা বুঢ়া ভকত। বৰমইনা থাকোতেই এটা বন্দৱস্ত হৈ য'ক। এইবাৰ যি হ'ল, অহাবাৰলৈকে খেতিটো ভালকৈ কৰাৰ লাগে।"

বুঢ়াভকতে ক'লে "সিহঁতৰ গাই-গোটা পেটে ভঁৰাল হ'ল, শুনিছেনে টাৰ চাট। ইটোৱে নসহে। মাটি দিলেও সিহঁতক এতিয়া ভগাইহে দিব লাগিব।"

বৰমইনাই মাত লগালে, "এনে বন্দৱস্ত কৰিলে আমাৰ লোকচান হ'ব, বুঢ়া ভকত।"

বুঢ়া ভকতে হুমুনিয়াহ পেলালে। ঘটনা বেয়াৰ ফাললৈ গ'ল। পুতেকহঁতৰ মতি-গতি ভাল কৰা টানেই। তথাপি তেওঁ ক'লে, "বাৰু মই নমৰা দিনকেইটা মাটি মোৰ নামতে থক। মৰিলে যি কৰে কৰিব।"

বৰমইনাই ভালকে পালে। ক'লে, "বাৰু।"

বুঢ়া ভকতে চিলিম থৈ যাবলৈ উঠিল।

এনেতে বাছাৰ মাকে ক'লে, "বুঢ়া ভকত তুমি সিহঁতক পঠিয়াই দিবাগৈচোন। এইবাৰ বিহুত সিহঁত নাহিল।"

বুঢ়া ভকতে কিবা এটা ক'ব খুজি ৰৈ গ'ল। মাকে মন কৰিলে অবুজ অস্বস্তিত বুঢ়া ভকতৰ মুখখন উচপিচাই আছে। তেওঁৰ সন্দেহ হ'ল, "কি হ'ল বুঢ়া ভকত, ভাঙি-পাতি কোৱাচোন।"

সিহঁতৰ স্বভাৱ লৰিল আই। আগৰ দৰে যেনেকৈ পায় তেনেকৈ সিহঁতে নাখায়।" বুঢ়া ভকতে আচল কথা খুলি নক'লে। আচল কথা বামুণৰ ঘৰত আগৰ নিয়ম মানি খোৱা-বোৱা কৰিবলৈ সিহঁতে টান পায়।

আচল কথা বুজি পাই মাকে অলপ সংযতভাৱে মুখৰ ভিতৰতে হাঁহিবলৈ ধৰিলে। "বাৰু, বাৰু পঠিয়াই দিবাচোন সিহঁতক। অত ল'ৰা-ছোৱালীৰ জঞ্জাল মাৰো, সিহঁতৰ জেঙ্গা ভাঙিব নোৱাৰিমনে?"

বুঢ়া ভকতৰ মুখমণ্ডল ততালিকে ফৰকাল হ'ল, ক'লে "এৰা। আই, যুগ-ধৰ্মৰ মহিমা কোনে বুজি পায়!" এই কথা কৈ সসম্ভ্ৰমেৰে নমস্কাৰ জনাই বুঢ়া ভকত তাৰপৰা লাহে লাহে গুচি গ'ল।

বুঢ়া যোৱাৰ পিছত মাকে বাছাক স্কুলীয়া ভাত দি উলিয়াই পঠিয়াই চৰু-হাৰি সামৰাৰ পিছত বৰমইনাক নীৰলে মাতি নি ক'লে, "বৰমইনা, জোৰ কৰি আৰু একো কৰাব নোৱাৰ। তহঁত বাগিচাত থাক, গাঁৱৰ কথা একো নুবুজ। আমি সিহঁতৰ লগত ভাল হৈ চলাই ভাল।"

বৰমইনাই ক'লে, "মই নিজে খেতি কৰিম। হালোৱা এটা ধৰি দিওঁ, বাছাই চাব।"

মাকে বৰমইনাৰ কথা শুনি হাঁহিবলৈ ধৰিলে, ক'লে, "তয়ো আৰু হেৰ, বাছাইনো খেতি-বাতি কৰিব পাৰে নে?"

বৰমইনাই লাজ পাই ক'লে, "ময়ে চাকৰি এৰো নে কি?"

"নালাগে, নিজে হাল বাব নোৱাৰা মানুহে কি খেতি কৰিবি ? বাগানতে দুপইচা বেছিকৈ ঘটে । বাছাক মানুহ কৰিব লাগিব ।"

কথাষাৰ বৰমইনাৰ মনত লাগিল ।

হয়তো, বাছাক মানুহ কৰিব লাগিব । ঠিকেই কৈছে মাকে । বাপেক অকালত ঢুকোৱা বাবে সি পঢ়া-শুনা আধা-ডুখৰীয়া কৰি বাগিচাত সোমাবগে লগীয়া হ'ল । আজি বাৰ বছৰ খাটি খাটি কোনোৰকমে চেকেণ্ড ক্লাৰ্ক হৈছেগৈ । চাকৰিত থকা গতিকে জানিবা দুপইচা ঘৰলৈ আহে আৰু ৰাহিও হয় ; ভনীয়েকজনীক বিয়া-বাৰু উলিয়াই দিয়ালৈকে যিখিনি খৰচ হ'ল, সেই খৰচ জানো নহ'লে দিব পাৰিলেহেঁতেন । এতিয়া সিহঁতৰ সংসাৰখনৰ আশা-ভৰষাৰ স্থল বাছাই । তাক মানুহ কৰিবই লাগিব । সি সুধিলে, "বাছাই পঢ়াত ভাল কৰিছে নে ?"

"ভালেই কৰিছে । এইবাৰ ক্লাচত ফাৰ্ষ্ট হৈছে ।"

বৰমইনাৰ মনটো আনন্দত ফুলি গ'ল । তাৰ ভাব হ'ল বাছাই পঢ়িব পাৰিব । নপঢ়িলে আজিকালি সব মিছা ।

মাকৰ কথা মানি বৰমইনাই নিজে হালোৱা লগাই খেতি-বাতি কৰাৰ কথা বাদ দিলে । আবেলি মনহঁতৰ ককাই-ভাই তিনিটা আহিলত সিহঁতক সি আথে বেথে সোধ-পোছ কৰিলে, মাৰল ঘৰৰ পৰিষ্কাৰ মজিয়াত বহুৱাই একোটিকৈ পকা জলপান খুৱালে আৰু ছল বুজি তাৰ ব্যৱহাৰত বেয়া নাপাবলৈ অনুৰোধ জনালে । মনহঁত সন্তুষ্ট হ'ল । মনে ক'লে, "পিতাই থাকে মানে মাটি পিতাইৰ নামতে থাওক । কিন্তু বেছি দিন এনেকৈ আৰু নচলে । তাতে আজিকালি এখন আইন হৈছে নহয়, বৰবোপাই বা গম পাইছে নে আই ?"

"কি আইন ?"

"আধিয়াৰ ।"

"পাইছো", বুলি বৰমইনা নিৰৱ হ'ল । সেইখন আইন চালু হ'লে যে ধান আধাতকৈও কম পাব সেই কথা সি জানে । সি ক'লে, "আইন মতে চলিব লাগিলে চলিম আৰু ।"

মনৰ খবৰ অকল তাতে শেষ নহল । দিন—কাল আৰু বদলিছে । বেদুৱাৰ পুতেক ৰজতে খেতিয়ককহে মাটি দিব লাগে বুলি গাঁৱৰ মানুহবোৰক উচটাই ফুৰিছে । সেই কথা বৰমইনাই গম নাপায়, কিন্তু মনহঁতে পায় । মনে ক'লে, "বৰ বোপা, ৰজতক চিনি নাপায় নহয় । সি হ'লে মানুহক বৰ উচটাইছে দেই !"

বৰমইনাই প্ৰমাদ গণিলে। গাঁৱত যে তলে তলে এইবোৰ ভাব প্ৰচাৰ হৈছে তাক সি গমেই নাপায়। কিন্তু আইনত নোহোৱা কাম এটা থপ্ কৰে কেনেকৈ কৰিব। এইবোৰ ওভতা কথা সোনকালে নহয়। তেনে নহয় মানে তাৰ বিষয়ে মূৰ ঘুমাই লাভ কি ? সেয়ে সি ক'লে, "গছত কঁঠাল, ওঁঠত তেল, নৌ থাওঁতেই চেল্‌বেল্। এই-কথাত কাণ নিদিবাহঁত ; বুজিব মন।"

মনে কাঠ হাঁহি এটা মাৰি ক'লে "ক'ব নোৱাৰিলো হলে দেই বোপা। পানীত পৰা মানুহে তৃণ এডাল পালেও খামোচ মাৰি ধৰে।"

বৰমইনাই বুজিলে, আগৰ গাঁও আৰু নাই। মানুহৰ মন সলনি হৈছে। মানুহে মাটিত খেতি কৰিয়েই আৰু ক্ষান্ত হ'ব নোখোজে, সিহঁতক মাটিও লাগে। আচৰিত ! এই ভাব মানুহে পালে ক'ৰ পৰা ? মাটি মালিকৰপৰা কাঢ়ি নিবৰ বাবেও যেন মনহঁত কুণ্ঠিত নহয়, এনে ভাব হ'ল বৰমইনাৰ। সি বুজিব নোৱাৰিলে সিহঁতৰ মাটি নিবৰ বাবে মনহঁতৰ যুক্তি ক'ত ? সেয়ে সি ক'লে, "এইবোৰ নতুন কথা।"

মনে, ক'লে, "আপুনি গাঁওফুৰা নাই, বৰ বোপা। ফুৰকচোন, ঘৰে ঘৰে খাবলৈ নাই। ভোকৰ ভমকত মানুহে যিহকে পায় তিহকে কয় বৰবোপা।"

ইয়াৰ পিছত এই প্ৰসঙ্গ আৰু আগ নাবাঢ়িল। বৰমইনাই দোচোৰা কথা উলিয়ালে। ধানটোৰে পতি কনটো, মানুহটোৰে পতি মনটো। যাৰ যি মন যায় তাকে কৰিব। আজিকালি কোনে কাক বাধা দিয়ে। সকলো স্বাধীন হ'ল। সেইবাবে সি গাঁৱত কি কি ভাৱনা হ'ল, কাৰ কাৰ হ'ব লগা বিয়া নহ'ল আৰু কাৰ ঘৰত কেইটা অকালতে গ'ল,— এইবোৰ কথাৰ লেখ ললে। হিচাবোৰ যি পালে তাৰপৰা ইয়াঁকে প্ৰতিপন্ন হ'ল যে শনিগ্ৰহ আৰু যমৰজা উভয়েই গাঁৱৰ ওপৰত কোপদৃষ্টি নিক্ষেপ কৰিছে ; লক্ষ্মী সসম্মানে নিৰ্বাসিত। কথাৰ মাজতে নন্দন মৌজাদাৰৰ ঘৰত চুৰি হোৱাৰ কথা ওলাল। যোৱাটো আউসীত চোৰে ঘৰৰ লাম-লকটু পৰ্যন্ত নি একো নাইকিয়া কৰিলে। চুৰিৰ পৰ্ব সমাপন হোৱাৰ পিছতে আকৌ অচিন বেমাৰৰ কাহিনী ওলাল। হৰিশ্চন্দ্ৰ কবিৰাজৰ ঘৰ গোটেইখন অচিন বেমাৰত চুকাই অন্ত পৰিল।

এইদৰে সকলো হিচাপ লোৱা শেষ হলত দেখা গ'ল যে যুদ্ধত মিলিটাৰীৰ টকাৰে ধনী হোৱা আৰু মাৰোৱাৰী মহাজনৰ লগত ধান বেপাৰ কৰি খোৱা হৃদ্ৰেশ্বৰ ঠিকাদাৰৰ হে কেউপিনে জয়-জয় ময়-ময়

ইন্দ্রেশ্বৰ ঠিকাদাৰৰ কথা শুনি বৰমইনাৰ হাঁহি উঠিল। ধনৰ গৰ্বত আপোন পাহৰা হৈ এই মানুহটোৱে এদিন আহি কুন্দচ জীয়েক-জনীক বৰমইনাক যাচিছিলহি। কিন্তু মাকে একে আষাৰেই উত্তৰ দি ক'লে বিয়া নহয়। এনে পোনপটীয়া উত্তৰত ঠিকাদাৰ খুব ক্ষুন্ন হ'ল আৰু তেতিয়াৰেপৰা সিহঁতৰ বিৰুদ্ধে যাৰে তাৰে আগত বকি ফুৰিবলৈ আৰম্ভ কৰিলে। আনকি বন্ধু মহলত সি শুনিছে মাককো বোলে ঠিকাদাৰে গোষ্ঠীত ধৰিহে গালি দিয়ে! এনে এজন মানুহৰ উন্নতি বৰমইনাৰ পক্ষে বাঞ্ছনীয় নহয়। সেই কাৰণে সি তাৰ মনৰ খং লুকাব নোৱাৰি ক'লে, "ঠিকাদাৰৰ দৰে অধইচ্ মানুহ মই ক'তো দেখা নাই বুজিছা নে?"

মনে উৎসাহিত হৈ ক'লে, "কৈছোনে কি আকৌ। গাঁওখনৰ আধা মাটি তাৰ হাতত পৰিলগৈ। দোকান যিখন দিছে তাৰপৰা বাকী অনা টান। আৰু ধন ধাৰে দি কিমান সুদ লয় জানে? মাৰোৱাৰীতকৈ সাত চোৰ।"

ইন্দ্রেশ্বৰৰ চৰিত্ৰ কীৰ্তন আৰু আগবাঢ়িলহেঁতেন, এনেতে বাছাই দৌৰি আহি চিধাই মনৰ সমুখত ঠিয় হৈ অভিযোগৰ সুৰত ক'লে, "তোমালোক কি মানুহহে মন কাই। কেন্দুকলাইৰ ফিজ নিদিয়া কেলেই?"

"পইচা নহ'লে কি কৰিবা! কি হ'লনো?" মনে ক'লে।

"নাম কাটি দিলে আজি।"

"হুঁ"—বুলি মন বৈ গ'ল। বাছাই তেতিয়া বৰ্ণনা আৰম্ভ কৰিলে। স্কুলৰপৰা আহোঁতে ওৰে বাটটো কেন্দুকলায়ে কান্দি আহিছে। পৰা হ'লে সি নিজৰ হাতৰপৰাই ফিজ দিলেহেঁতেনে, কিন্তু তাৰ হাতত ফুটা কড়ি এটা নাছিল।

ফিজৰ প্ৰসঙ্গতে বৰমইনাই মনক উদ্দেশ্য কৰি অলপ সাৰগৰ্ভ উপদেশ দিলে। এটা ল'ৰা ভাল কৰিবলৈ হ'লে ঘৰৰ বাকী কেউটাই অলপ অলপত্যাগ কৰিব লাগিব; সেই কথা সিহঁতে জানিব লাগিছিল। কথা শুনি মনৰ মনত বিষম আঘাত লাগিল, সি ক'লে, "হে দেউতা ঈশ্বৰ, পাৰোতেনো দিয়া নাইনে ফিচ? ঘৰত খাওঁতা ঢেৰ, আৰ্জোতা নাই। নোজোৰেগৈ। নহলেনো সহোদৰ ভাই এটিৰ এনে অথন্তৰ কৰোনে? এৰা।"

ইয়াৰ পিছত কথা বৰ বেছি দূৰ আগ নাবাঢ়িল। বাছাৰ মাক আহি সেইখিনিত থিয় দি মনলৈ ধপাতৰ চিলিমটো আগবঢ়াই দি ক'লে, "বাৰু মন, এইবাৰৰ ফিজটো বৰমইনায়ে দিব। তহঁতে অহা মাহৰ পৰা নিয়মমতে দিবিহঁক।"

বৰমইনাই উত্তৰ দিবলৈ নৌপাওঁতেই দেখিলে পদূলি মূৰত টিলিঙা বাজিছে। দুজন অচিনাকী মানুহ চাইকেলৰপৰা নামি সিহঁতৰ ঘৰলৈ সোমাই আহিল।

## ॥ তিনি ॥

আগন্তুক দুজনৰ ভিতৰত এজনৰ বয়স ভাটী দিওঁ দিওঁ। আনজন চফল ডেকা। বয়সীয়াজনৰ চুলি পকিছে; কপালত চন্দনৰ এটা ফোট, শুকাই থৰ্থৰীয়া মাৰিছে; তথাপি সি জিলিকিবলৈ এৰা নাই। কপালত বয়সৰ ধেনুভিৰীয়া ৰেখা কেইডালে পৃথিৱীৰ আধাশতিকালৈকে অধিক কালৰ বুৰঞ্জী কৈছিল। মানুহজনৰ থুতৰিত চক্‌মাটিৰ দৰে একোছা বগা দাড়ি। চকুদুটিৰ মণি দুটা শুৱনি আৰু ঘোৰ ক'লা, চালে দৃষ্টিয়ে অন্তৰ ভেদি যায়। এনে অনুমান হয় যেন সেই দৃষ্টিয়ে এক্স্‌ৰেৰ দৰে মানুহৰ অসীম ভদ্ৰতাৰ ঢাকনি ভেদ কৰি ভিতৰত লুকাই থকা পাপবোৰ ধৰিব পাৰে। মুখমণ্ডলৰ আটাইতকৈ আকৰ্ষণীয় অংশ হৈছে মুখৰ আশে-পাশে থকা পকা সুমথিৰাৰ দৰে ৰঙা গাল দুখন। চ'ৰা ঘৰৰ চকীত বহোঁতে মানুহজন যে আৰি কুজা তাক স্পষ্টকৈ ধৰিব পৰা গ'ল। হাতবোৰ কিন্তু ব্ৰহ্ম টান, আঙুলিবোৰে অসাধাৰণ শাৰীৰিক শ্ৰম কৰাৰ চিনাকি দিয়ে। তেওঁৰ এই বয়সীয়া উজ্জ্বল ব্যক্তিত্বৰ কাষত চফল ডেকাজনৰ পিলিঙা, কুমলীয়া আৰু মাইকীমুৱা দেহটি একেবাৰে নিষ্প্ৰভ হৈ পৰিছিল। তাৰ চকুত চকিত হৰিণৰ দৰে এনে এটা সভয় চাৱনি আৰু চাল-চলনাত চেউৰী পোৱালীৰ দৰে এনে এটি চপলতা ফুটি উঠিছিল যে খন্তেকৰ বাবে তাৰ অৱস্থিতিৰ ওপৰত বৰমইনাৰ একৰকম দয়াই উপজিছিল।

দেশ কেনেকৈ চলিছে তাৰপৰা আৰম্ভ কৰি পকা খৰিচাৰ মহিমা কীৰ্তনলৈকে ধৰি সকলো ধৰণৰ বিষয়তে বয়সীয়াজনৰ এনে সুন্দৰ দখল আছিল যে বৰমইনাই তেওঁৰ লগত খন্তেক পৰ কথা পাতিয়েই মুগ্ধ হ'বলৈ বাধ্য হ'ল। কথা কোবত কোবে চৰি গৈছিল। মাকে

ৰন্ধা-বঢ়াৰ কাৰবাৰ কৰিবৰ বাবে বুঢ়াক গা ধুবলৈ কেইবাবাৰো সকিয়াই গ'লহি। তথাপি বুঢ়াৰ গা লৰাৰ কোনো লক্ষণ দেখা নগ'ল। ৰৰমইনায়ো সোনকালে কথা সামৰিবলৈ ইচ্ছা প্ৰকাশ নকৰিলে। দুয়োৰে ভিতৰত এই প্ৰবল আকৰ্ষণৰ গুৰি কাৰণ কি তাক কোৱা মস্কিল যদিও প্ৰৌঢ়ত্বৰ প্ৰতি যৌৱনৰ নিবিড় শ্ৰদ্ধাৰ ফলতে যে কথা-বতৰা আপোন হৈ পৰিছিল সেই বিষয়ে সন্দেহ নাই। তদুপৰি বুঢ়াৰ চেহেৰাৰ সৈতে বাবা ভোলানাথৰ চেহেৰাৰ অদ্ভুত মিল আছিল। সিও এক আকৰ্ষণৰ বিষয় হৈ পৰিছিল।

বাৰে বাৰে জাননী পোৱাৰ পিছত বুঢ়া উঠিল, আৰু গা-গা ধুই গোসাই ঘৰত যতনাই থোৱা চৰুত জুইকুৰা ধৰিলেগৈ।

মাইকীমুৱা ডেকাজনে চকীখনতে ইকাটি সিকাটি কৰি কোনো-ৰকম কথোপকথনৰ কালছোৱা গভীৰ অস্বস্তিবোধেৰে কটাই, অৱ-শেষত চোতালত মৰণা মৰা দৃশ্যৰ পিনে চকু দিলে। বাছাই চেকনি লৈ এটা লেমৰ পোহৰত মৰণা ফুৰাইছে। গৰু হালৰ ক্লান্ত আৰু অৱশ চকুৰে ঘূৰণে পতি সতৃষ্ণ নয়নে মৰণাৰ ওপৰত জিলিকি থকা ধানৰ ঠোকবোৰলৈ চাইছিল। মুখৰ মোখোৰা ভেদ কৰি ধান খাব নোৱাৰি সিহঁত বিব্ৰত হৈছিল। বাছাই ছেকনিৰে গৰু হাল কোবাই এনেকুৱা গতত পেলাই দিছিল যে শেহত সিহঁতে চেকনি ধৰোঁতাৰ অবিহনেও অনবৰত ঘূৰিবলৈ লৈছিল। মাজে মাজে বাছাই চেকনি এৰি ওখোন্দটোৰে ধানবোৰ ওপৰলৈ তুলি নিব লগা হৈছিল। সেইখিনি সময়ত সি কেৱল "আহ ক'লা আহ্, ঘূৰ্, ৰঙা ঘূৰ" আদি শব্দ উচ্চাৰণ কৰি গৰু কেইটাক তাৰ নিকট উপস্থিতিৰ সহাৰি দিছিল।

ডেকাজন সেই দৃশ্যৰদ্বাৰা আকৃষ্ট হৈ চোতাল পালেহি। চোতালত আহি মন কৰিলে বাহিৰখন এক গভীৰ ৰহস্যময় অন্ধকাৰত ডুব গৈ আছে? ফাগুনৰ পচোৱাৰ প্ৰচণ্ডতা তেতিয়া নাছিল, গছ-পাতবোৰ শান্ত এটাটি বতাহত মৰ্‌মৰাই উঠিছিল। সেই মৰ্‌মৰণিৰ শব্দ লাহে লাহে দীঘলীয়া হৈ আহিলত তাক কোনোবা অশান্ত আত্মাৰ হৃদয় বিদাৰক উচুপনি যেন তাৰ অনুভৱ হ'ল। গাঁওখনৰ দুৰ্ভিক্ষ পীড়িত আত্মাবোৰে যেন কান্দিছে! লাহে লাহে সি গৈ কঁঠাল তলত থিয় হ'লগৈ। তাৰপৰা চুবুৰীটোৰ ঘৰবোৰত জ্বলা জুইবোৰলৈ চাই সি জুহালৰ কাষৰ মানুহবোৰৰ কথা ভাবিলে। কেৰাচিন তেলৰ মহাৰ্ঘতা কেউ ফালে প্ৰকট। চাকি ক'তো জ্বলা নাই, জুহালৰ পোহৰত বহি

মানুহে কথা পাতিছে। ওচৰৰ ঘৰটোত কোনোবাই "প্ৰহ্লাদ চৰিত"ৰ পদ গাইছে। নগৰত বিজুলি বাতিৰ পোহৰতো যি সম্ভৱ নহয়, গাঁৱত জুইৰ পোহৰতো সি সম্ভৱপৰ। ডেকাৰ মনটো ভাল লাগি গ'ল।

দূৰৰ হাবিত শিয়ালে হোৱা দিছিল। সিহঁতৰ হোৱাত এক পাশৱিক সংঘবদ্ধতাৰ সুৰ ফুটি উঠিছিল। সেই সংঘবদ্ধতাৰে মানুহক সিহঁতে নিজৰ অনৈক্যৰ বিষয়ে সজাগ কৰি দিছিল। ওচৰৰ হাবিৰ-পৰা চেনিচম্পাফুলৰ গোন্ধ উঠি আহিছিল। ডেকাৰ মনটো সেই গোন্ধত সাৰ পাই উঠিল। এবাৰ সি ঘন বাঁহনি আৰু ডাঠ কাঠনি-বোৰলৈ চাই ভাবিলে এই গাঁৱত মানুহৰ কিজানি খৰি আৰু বাঁহৰ অভাৱ নাই। আকাশত সাৰে থকা তৰাবোৰলৈ চাই তাৰ অনুমান হ'ল এইবোৰ যেন মানুহৰ অন্তৰৰ চিকিমিকি আশাহে। তৰাবোৰ যেন মৃতকৰ আত্মাহে কিজানি সেই তৰাবোৰৰ মাজতে তাৰ হেৰোৱা বাপেকো আছে! কোনে জানে!

বাপেকৰ চেহেৰা তাৰ মনত নাই। সি তেতিয়া সৰু, ভনীয়েক গৰ্ভতে মাকে কোৱা শুনিছে। এদিন নিশা তাৰ বাপেক পাটিৰপৰা নোহোৱা হয়। ক'লৈ গ'ল, কেনি গ'ল, কোনেও একো ক'ব নোৱাৰে। কোনেও তেওঁক আজিলৈকে লগো পোৱা নাই, আত্মহত্যা কৰাৰ কথাও গম পোৱা নাই। মাকে তেওঁ ঘূৰি আহিব বুলি বাৰ বছৰ আপেক্ষাত ৰ'ল; কিন্তু পিছত বংশ পৰিয়ালৰ উপদেশক্ৰমে এদিন গিৰিয়েকৰ জুমুধি এটা খৰি দি বিধবাৰ বেশ গ্ৰহণ কৰিলে। দিনটো তাৰ মনত আছে, বছৰটো হ'লে পাহৰিলে। দদায়েকৰ সহায়ত সেই দিনাই সি পোষ্ট অফিচৰ কাম এটাত সোমাইছিল। ওচৰতে ঘৰ বাবে সদৰ পোষ্ট অফিচত সোমোৱাত তাৰ একো অসুবিধা নঘটিল।

অঁ, সেইদিনা মাকে খুব কান্দিছিল। বিলাপ কৰাৰ কৰুণ দৃশ্য তাৰ মনত এতিয়াও সজীৱ হৈ আছে। বাপেকৰ গুণ সোঁৱৰি তেওঁ খুব কান্দিছিল। মাকক বাপেকে এবাৰো মাত নিদিয়াকৈ গুছি গ'ল। মানুহে মিছাকৈয়ে তেওঁৰ কপালৰপৰা সেন্দুৰৰ ফোট মচি দিছে বুলি বিননিত তেওঁ সেইদিনা গছৰ পাত সৰুৱাইছিল। মাকে এতিয়াও ভাবে বাপেক জীয়াই থকা বুলি।

ভাবুক ডেকাজনক কঁঠাল-তলত দেখা পাই বাছাৰ মনত পৰিল বাবা ভোলানাথলৈ। ডেকাজনৰ মুখৰ আৰ্য্যাও বাবাৰ লগত বহুত দূৰ মিলে। ল'ৰাজনলৈ তাৰ সহানুভূতি হ'ল। বাছাই ব্যস্ত হৈ ক'লে

"বতাহ মাৰিছে, ঠাণ্ডা নলগাব। ভিতৰলৈ যাওক।" সকলু'বাৰ মুখত বয়সিয়ালৰ কথা শুনি সি আচৰিত হ'ল। সংক্ষেপতে সি উত্তৰ দিলে, "বাহিৰতহে ভাল লাগিছে। এই কঁঠাল-তল টুকুৰা বেচ ভাল।"

বাছাই ক'লে, "এই টুকুৰা ঠাই বৰ পবিত্ৰ। বাবা ভোলানাথ আহিলে তাতে বহে।"

"বাবা ভোলানাথ কোন ?"

"বাবা ভোলানাথক আপুনি চিনি নাপায়! বাছাই এনেকৈ প্ৰশ্ন কৰিলে যেন বাবা ভোলানাথৰ কথা জনাটো পৃথিৱীৰ সকলো মানুহৰে প্ৰধান কৰ্তব্য।

"নাপাওঁ। কিন্তু সন্ন্যাসীত মোৰ বিশ্বাস আছে।" ডেকাজনে উত্তৰ দিলে।

"সন্ন্যাসীবোৰ অদ্ভুত। কাপোৰ নিপিন্ধে, বাঘলৈ ভয় নকৰে, ঘৰত ৰন্ধা ভাত নেখায় আৰু ঘৰ-বাৰীও নাই। আৰু কি বুজিছেনে—"

"কি ?"

"সন্ন্যাসীৰ এজনী আই আছে যি জনা সকলোৰে মাক। সঁচানে বাৰু ?"

"সঁচা।" নভবা-নিচিন্তাকৈ ডেকাই উত্তৰ দিলে।

বাছাৰ কৌতূহল বাঢ়ি গ'ল, সি ক'লে, "বাবাই কৈছে আমাৰ মাও বোলে সকলোৰে আই। হয় নে ?"

ডেকাই হাঁহি উত্তৰ দিলে "হয়।"

বাছাই ক'লে, "মই মাক আজিকালি আই বোলোঁ। সকলোৰে মাক হ'লে আই নহয় জানো!"

নহয় বুলিব নোৱাৰি ডেকাই আকৌ 'হয়" বুলিলে।

এনেতে বাছাৰ মাক আহি বাছাক ক'লে, "বাছা, মৰণা সৰিল। থ। এওঁ বোপাক তোৰ পঢ়া কোঠাতে বহুৱাই কথা পাতগৈ যা।" কথাষাৰ কৈয়ে মাক পাকঘৰলৈ উভতি গ'ল। বাছাই মৰণাটো ত্ৰিপালেৰে ঢাকিলে আৰু গোহালিত গৰুহাল বান্ধিলে। সোনকালে ছুটী পাই তাৰ মনটো আনন্দত নাচি উঠিল। ডেকাক সি মাতি নি তাৰ কোঠাত বহুৱালেগৈ।

বাছাৰ ভাগ্যত কথা পাতিবলৈ ছুটী পোৱা এয়ে প্ৰথম। সি ডেকাক সুধিলে, "আপোনাক মই দাদা বুলি মাতিম দেই!"

"বুলিবা।" বাছাৰ মেজৰ কাষৰ চকীখনত বহি লৈ ডেকাই ক'লে।

"আপোনাৰ নামটো কি ?"

"মূকুলী বৰুৱা।"

"ঘৰ ক'ত ?  ককা আপোনাৰ কি হয় ?"

"আমাৰ ঘৰ বালিগাঁৱত, তোমাৰ 'ককা' মোৰ দদাইদেউ !

"আমাৰ মাক আপুনি কি বুলিব ?"

ডেকাই খন্তেক ভাবি এই অদ্ভুত প্ৰশ্নৰ চমু উত্তৰ দি ক'লে, 'আই ?"

"আমাৰ-মাক গাঁও গোটেইখনে আই বোলে।" হাঁহি হাঁহি বাছাই ক'লে। "আপোনাৰ লগত বাবা ভোলানাথৰ চেহেৰাৰ মিল আছে দেই, দাদা।"

বাবা ভোলানাথক লৈ দুয়োটাৰে মাজত আধাঘণ্টামান আলোচনা হ'ল। কিন্তু সেই প্ৰসঙ্গ ওৰ নৌ পৰাৰ আগতে ভাত খাবলৈ জাননী আহিল।

ভাতৰ মজিয়াত বহি বাছাই দেখিলে "ককা"ৰ মুখখনো বাবা ভোলানাথৰ লগত খুব মিলে। তেওঁ তেতিয়া স্তোত্ৰ পাঠ কৰি আছিল। সেই স্তোত্ৰ বাছাই খুব একান্ত মনে শুনি ভাত খাবলৈ ধৰিলে।

পাঠ শেষ হ'লত ককাই নিজৰ কাঁহীত লোৱা ভাত এগৰাহ মুখত দি তাক মৰমতে সুধিলে, "পঢ়িছা নে ?"

"পঢ়িছোঁ। মাইনৰ স্কুলত নাম লগাইছোঁ।"

"ওঁ, সৰস্বতী কিয় লক্ষ্মী দুৰ্গা শিৱ সবৰে জানো," ঘপৰাই বাছাই ক'লে।

মাকে মূকুলীৰ পাতত দাইল দিবলৈ আহিছিল, ওৰণিখন টানি ক'লে, "ইয়াক আইৰ কথা শিকালে বাবাই। তাৰপৰা আই কেউ-গৰাকীৰে স্তোত্ৰ বস্তু পণ্ডিতৰপৰা শিকিছে।"

"বাবা কোন ?" 'ককা'ই সুধিলে।

"এজন সন্ন্যাসী। তেখেতৰ লগত বৰ ভাল আছিল। মাজে মাজে আহে।"

আমাৰ অসমীয়া মানুহ ! ককাই আকৌ সুধিলে।

"হয়।"

ভাতৰ গৰাহ হাতত লৈ ককাই খন্তেক পৰ কিবা ভাবিলে, তাৰ পিছত বৰ মইনালৈ চাই ক'লে, "অসমীয়া সন্ন্যাসী বুলিলে গাটো চেবাই যায়। মূকুলীৰ দেউতাক'........"

"কি হ'ল বুলিলে— বৰমইনাই সুধিলে।

ইয়াৰ দেউতাক বহুত বছৰৰ আগতে হেৰাল। মই ভাবোতে মানুহজন মৰা নাই, সন্ন্যাসী হৈ আছে ক'ৰবাত।"

মুকুলীৰ দেউতাকৰ প্ৰশ্ন অৱতাৰণা কৰিলত কথোপকথন ক্ৰমাৎ সেৰেঙা হৈ আহিল। কাৰণ নজনা মানুহৰ কথা কোৱা বৰ টান। সকলো অনুমান বিফল হোৱাৰহে আশঙ্কা।

ভাত খোৱা হ'লত, তামোল খুন্দি বুঢ়াক জুলাহৰ গুৰিত আগবঢ়াই দি বাছাৰ মাকে তেওঁৰ অহাৰ উদ্দেশ্য কি সুধিলে। বুঢ়াই তেতিয়া ভাঙি-পাতি সকলো ক'লে। মুকুলীৰ ভনীয়েকক বৰনইনালৈ ধৰিবলৈ তেওঁলোক আহিছে। ককায়েক নিৰুদ্দেশ ; কাজেই ছোৱালী দিয়াৰ দায়িত্ব তেওঁৰ। মুকুলীক যোৰহাট পোষ্ট–অফিচতে সুমাই দিছে, এতিয়া প্ৰভাক গোটাব পাৰিলেই হ'ল। ছোৱালীজনী মিঠা-বৰণীয়া, কামে-বনে, স্বভাৱ-চৰিত্ৰই সকলো পিনে ভাল। ইংৰাজী স্কুলৰ দুই-এশ্ৰেণীলৈকে পঢ়ি ভাই পঢ়া সাং কৰিলে। এতিয়া বৰমইনালৈকে বুলি তাইক ঠিক কৰি তেওঁ মাকৰ ওচৰত হাত পাতিছেহি। কন্যাদায় মহাদায়, গতিকে তাৰপৰা উদ্ধাৰ কৰিলে বাছাৰ মাকৰ অশেষ পুণ্য হ'ব।

বাছাৰ মাকে তললৈ মূৰকৈ কিবা অলপ ভাবিলে, তাৰপিছত ক'লে, "এৰা মোৰো দেহা পৰি আহিছে, ঘৰ ধৰা এজনী মানুহ লাগে। ক'ৰবাত ভাল সম্বন্ধ পালে মোৰো বিয়া কৰাবৰ মন। কিন্তু—"

"কিন্তু কি ?"

"ছোৱালীৰ বাপেকৰ কথাটোহে কেনা লগালে।"

"সেইটোৰ বিষয়ে ভাবিব লগা একো নাই। তেওঁ মানুহজন খুব আধ্যাত্মিক প্ৰকৃতিৰ আছিল। হয়তো সন্ন্যাসী হৈ গ'ল।" বুঢ়াই ক'লে।

বাছাৰ মাক কথাষাৰত সন্তুষ্ট নহ'ল। কিন্তু কোনো মন্তব্য নিদিলে। মাথোন ক'লে, "যাৰ কন্যা তাৰ বিবাহ। মন খোলোচা নোহোৱাকৈ একো ক'ব নোৱাৰিছো।"

বুঢ়াই একো নেমাতিলে। বাছাৰ মাকেই পুনৰ সুধিলে, "এই ল'ৰাটি হ'ব পায় প্ৰভাৰ ককায়েক !"

"অঁ। ছোৱালীজনী আৰু ইয়াক চালে চাবই নালাগে।" বুঢ়াই তামোল চোবাই চোবাই ক'লে।

বাছাৰ মাকে ইয়াৰ ওচৰত কোনো মন্তব্য নকৰিলে। ককা শুবলৈ উঠোঁতে ক'লে "মই হ'লে বৰ আশা কৰিলোঁ। হালেই বেচ মিলিব। ফাগুন মাহটো যাওক চ'তত আকৌ আহিমগৈ।"

বাছাৰ মাকে ইয়াৰো এ'কা উত্তৰ নিদিলে।

চাওঁতে চাওঁতে ফাগুন গ'ল, চ'ত সোমালহি। বিয়াৰ বন্দৱস্ত কৰিবৰ বাবে বুঢ়া আকৌ এবাৰ আহিছিল, কিন্তু বাছাৰ মাকৰ মন তেতিয়াও খোলোচা হোৱা নাছিল। কি কাৰণে ছোৱালীৰ বাপেক নিৰুদ্দেশ হ'ল সেই কথাৰ ওৰ ভালদৰে ধৰিব নোৱাৰালৈকে তেওঁ হয় না একোকে ক'বলৈ ৰাজী নহ'ল। তদুপৰি বৰমইনাৰ মনো থিৰ হোৱা নাই। সি হেড ক্লাৰ্ক নোহোৱালৈকে বিয়া নাপাতো বুলি প্ৰতিজ্ঞা কৰিছিল। সোনকালে হেড ক্লাৰ্ক হোৱাৰ আশা অৱশ্যে নোহোৱা নহয়, কাৰণ আগৰজনৰ অৱসৰৰ সময় হৈ আহিছিল। সকলো দিশ বিবেচনা কৰি চাই মাকে বুঢ়াক ক'লে যে অহাবাৰ চ'তৰ সংক্ৰান্তি, মানুহে যদি কিবা এটা সিদ্ধান্তলৈ আহিব পৰা যায়। প্ৰভাৰ দৰা বিচাৰি বুঢ়া হাবাথুৰি খাই ফুৰিছিল। ছোৱালীজনী মিঠাবৰণীয়া আৰু বাপেক সন্দেহজনক অৱস্থাত নিৰুদ্দেশ হৈছে এই দুটি কথাই বহুত সম্বন্ধ ভঙাইছে। কাজেই আৰু এবছৰ ৰ'বলৈ বুঢ়াই কোনো আপত্তি নকৰিলে।

## ॥ চাৰি ॥

গাঁৱৰ অৱস্থা দিনক দিনে বেয়াৰ ফালেহে যাবলৈ ধৰিলে। গৰু ছাগিবোৰ চৰকাত পৰি মৰিছে; চোৰচাৰি বাঢ়িছে—আনকি আধাপকা ধান পথাৰৰপৰা চুৰি হৈছে। শুক্লপক্ষৰ মাজনিশা পথাৰত কোনোবাই মনে মনে গৈ পকা ধান চপায়; কোনে চপায় কোনেও ক'ব নোৱাৰে। বাছাহঁতৰ মাটিৰ ধানো নিছে বুলি খবৰ আহিল। মনহঁতে নিশা পহৰা দিছে বুলি আশ্বাস দিলে, কিন্তু পহৰা দিলে হ'ব কি? অনন্ত পথাৰত ৰাতি কোনে কাক চিনে!

বাছাহঁতৰ গৰু এহাল আৰু গাই এজনী চৰকাত পৰি মৰিল। গাভিনী ছাগলী এজনী বাঘে খালে। কিন্তু তাতোকৈও বিপদৰ কথা হ'ল অকাল। বাছাহঁতৰ ভৰালত আৰু দুদিন মানহুৰে ধান আছে।

আন কিবাৰৰ দৰে বাছাৰ মাকে বৰমইনালৈ ধান কিনিবৰ বাবে টকা খুজি পঠিয়ালে। কিন্তু বৰমইনাই লেখিলে, তাৰ চলা-মেলা বৰ টান হৈছে; বস্তু-বাহানিৰ দাম দিনক দিনে চৰিছে; তদুপৰি ইন্সি-অৰেন্সৰ প্ৰিমিয়াম, খাজনা আদি খৰচ আছেই। এই মাহত সি ফুটাকড়ি এটাও পঠাব নোৱাৰে।

চিঠি পাই মাকৰ মন মৰি গ'ল। উপায় নাপাই ধাৰে ধন আনিবৰ বাবে এদিন বাছাক বুঢ়া ভকতৰ ওচৰলৈ পঠিয়ালে; নিজে নোৱাৰিলেও কিবা এটা কৰি দিব পাৰিব বুলি ভাবি।

বাছা বহুতদিন বুঢ়া ভকতৰ সেই ফালে যোৱা নাছিল। গৈ দেখিলে বুঢ়া ভকতৰ প্ৰকাণ্ড চোতালখনত তিনি চুকে তিনিটা ঘৰ উঠিছে। বুঢ়া ভকতৰ ল'ৰাকিটা তেন্তে বেলেগ হ'ল। বাছাৰ মনটো বেয়া লাগিল। মনহঁতৰ ককাই-ভাই চাৰিটা। মন ডাঙৰ, বাপুকণ ভিতৰত কণলৰা বোলাটো সৰু। কেন্দুকলাই নুমলীয়া। তাৰে মাজু আৰু কণলৰা এতিয়া মিলিটেৰীত ভৰ্তি হ'লগৈ। তাৰপৰা চিঠি কাচিতহে পোৱা যায়। মন আৰু বাপুকণে বিয়া কৰালে; এটাৰ ল'ৰা। ইটোৰ এজনী ছোৱালী। কেন্দুকলাইৰ ওপৰত নুমলী বোলা ভনীয়েক এজনী আছে। তায়ো উঠি আছে, বিয়া দিব পৰা নাই। ইয়াৰ বাহিৰে ঘৰখনত বুঢ়া-বুঢ়ী থাকে।

ভিতৰ সোমাই "বুঢ়া ভকত" বুলি মতাৰ লগে লগে বাছাই মন কৰিলে এখন বাঁহৰ চাঙত বুঢ়া পৰি আছে. নুমলীয়ে খোৱা তেল অকণ লৈ গাটো মালিচ কৰি দিছে। সি একেবাৰে ওচৰ পাই গৈ দেখিলে বুঢ়া ভকতৰ পকাচুলি কোচাৰ বাহিৰে আন সকলো সৌষ্ঠৱ হানি হ'ল। শাল শোতোৰা-সোতোৰ হ'ল, চকু কুমত সোমালগৈ। বুকুৰ হাড় ডালি ডালি হ'ল। কলাফুল নোহোৱাতে পৰিল। বাছাৰ মনটো বেজাৰত সেমেকি গ'ল। সি মাতিলে, "বুঢ়া ভকত!"

"কোন বাছা নে কি?" চকু দুটা মেলি বুঢ়া ভকতে ক'লে। "মোৰ ফালে আইধা। গাত বিষ, বুকুত কফ্, পাল জ্বৰো হয়।"

"দেৰাই খাইছা নে?"

"দেৰাই খুৱাবহি এই কেইটা ল'ৰাই।" বুলি নুমলীয়ে ভোৰ-ভোৰাই উঠিল।

"কেন্দুকলাই দেখোন যাব পাৰে।" বাছাই ক'লে।

"সি উদণ্ডীয়া গৰু হাল। ককায়েকহঁতে ফিচো দিব নোৱাৰিলে।"

কৈয়েই বুঢ়া ভকত উঠি বহিল। "হেৰ, বাছাক বৰপিৰাখনকে দেচোন।"

"সেইখন তেনেই খেৰেস্তানি হৈ আছে" বুঢ়া ভকতৰ ঘৈণীয়েকে আহি ক'লেহি। "মনৰ ল'ৰাটোৱে বহিয়াই দিলে।"

বাছাক বহিবলৈ এখন কঠ দি বুঢ়া ভকতৰ ঘৈণীয়েকে "বহকচোন" বুলি কৈ ভিতৰলৈ গ'ল।

"ল'ৰাটোৰো কিবা হৈছে নেকি ?" বাছাই সুধিলে।
"তাৰ সদায় বমি হয়। কিবা পেৰেতে পাইছে" বুঢ়া ভকতে ক'লে।
বাছাই একো নামাতিলে। তাৰ কেন্দুকলাইৰ ওপৰত খং উঠিল। সি কিয় দৰৱ আনি নিদিয়ে কাকজানৰপৰা !
কিছুপৰ নীৰৱে গ'লত বুঢ়া ভকতেই সুধিলে, "কি মন কৰি আহিলা ?"
"আগেয়ে গঠিয়ালে ধান বিচাৰি।"
"ধান চুবুৰীটোত কাৰো নাই। বহুতেই কেঁচা ধান খাইছে ; দুই একৰ আছে, পিছে নিদিয়ে।"
"কিয় ?"
"মাৰোৱাৰী মহাজনে বয়না দি থৈছে। গোটেইখন পেন্‌পেন্‌কৈ ধাৰ হ'ল নহয়, মইনা। আইক ক'বা মই নিজে লৰিব নোৱাৰা হলোঁ। ল'ৰাহঁতৰ মতি-গতি বেয়া হ'ল। দুটা চাপৰিত, এটা মিলিটেৰীত আৰু ইটো উদণ্ডীয়া গৰু।"
বুঢ়া ভকতৰ গাত সিৰ্‌সিৰ্‌কৈ জ্বৰি উঠি আহিছিল। তাকে দেখি বাছাই ক'লে, "বুঢ়া ভকত, শোৱাগৈ যোৱা।"
বাছা উঠি বাহিৰলৈ ওলাই আহিলে। দেখিলে মনৰ মাকে বাহিৰৰ হাবিডৰাত কচু বুটলিছে।
"বাছা, আইৰ ভাল নে ?
"ভাল। নোযোৱা হলা দেখোন ?"
"যাবলৈ দেখিছাই নহয়। একেবাৰেহে যাম আৰু।"
বুঢ়া ভকতৰ ঘৰৰ অৱস্থা দেখি বাছাৰ মন বিষাদত তিতি গ'ল। এখন ঘৰ চকুৰ আগতে থান-থান বান-বান হ'ল, অথচ পাতিবৰ একো উপায় নাই। তাৰ সৰু অন্তৰে ভগৱানক উদ্দেশ্য কৰি প্ৰাৰ্থনা কৰিলে এই ভগা ঘৰখন পাতিবৰ বাবে। কিন্তু এই প্ৰাৰ্থনাৰ উত্তৰ কেতিয়া পাই একো ঠিক নাই। ভগৱান কলা হ'ব পায় !
বাটলৈ ওলাই তাৰ ভাব হ'ল ধানৰ সন্ধান নাপালে তাৰ ঘৰলৈ উলটি যোৱা উচিত নহয়। লগে লগে তাৰ ইচ্ছা হ'ল কেন্দুকলাইক লগ ধৰি দেৱাইখানাৰপৰা দৰব আনিবলৈ। সেই কাৰণে সি অহা বাটে নাহি শ্মশানৰ দাঁতিৰ লুঙ্‌লুঙীয়া বাটটোৰেদি নামঘৰৰ ফালে খোজ ললে। যাওঁতে বাটতে দেউতাকৰ মৰিশালীটো দেখা পালে। তালৈ চাই সি মন কৰিলে দেউতাকৰ মৰিশালীৰ ওপৰত আপোনা-

আপুনি এজোপা চতিয়না লহু-পহুকৈ বাঢ়ি উঠিছে। খন্তেকপৰ সি চতিয়নাজোপালৈ চালে, কিন্তু কাষ চাপিবলৈ ভয় লাগিল। দেউতাক মৰি এতিয়া দেৱতা হ'ল। দেহাটো চাগে মাটিত মিলি গৈছে। তাৰ ওপৰত এই চতিয়না জোপা। সি সন্তর্পণে দূৰৰপৰাই এটা সেৱা জনালে আৰু লাহে লাহে তাৰপৰা আঁতৰি গ'ল। অলপ দূৰ গৈয়েই সি বহিৰাচুকৰ দ বাটটোত ভৰি দিলেগৈ। তাৰপৰা গৈ লাহে লাহে নামঘৰটোৰ দাঁতিয়েদি ঘূৰি সি বৰ্‌তল ওলালগৈ। দেখিলে নিজান পাই শুই থকা শিয়াল এটা সাউত কৰে শোৱাৰপৰা উঠি হাবি সোমাই-ছেগৈ। শিয়ালবোৰ বৰ শিয়ান। তাৰ পিছত সি কিছুপৰ নীৰৱে আগবাঢ়ি গৈ দিহা নৈৰ সাঁকো পাৰ হ'ল। নৈখন শুকাই তেনেই খৰ্খৰীয়া মাৰিছে। হাৱিৰ বননিৰ পাতবোৰ অনবৰত সৰিবলৈ ধৰিছে। কোবাকুবিকৈ পাৰ হৈ সি সিপাৰত ভৰি দিওঁতেই শুনিলে "ঐ বাছা, এই ফালে আহ।"

বাছাই দেখিলে ওচৰৰ ঘৰ এটাৰ দুৱাৰ মুখৰপৰা কেন্দুকলায়ে মাতিছে। উজ্জ্বল হৈ সি কাষলৈ দৌৰি গ'ল। সি কেন্দুকলাইৰ হাতত ধৰি ক'লে, "তোক বিচাৰি ঘৰত নাপালোঁ। আজিকালি আমাৰ ফালে নাহাৰেই দেখোন।"

কেন্দুকলায়ে কাঠ হাঁহি এটা মাৰি ক'লে, 'কি কৰিবি, মনবোৰ আজিকালি উদণ্ডীয়া গৰুৰ দৰে হ'ল। ঘৰতো নবহে, পথাৰতো নবহে।"

"বাপেৰক দৰব আনি নিদিয় কেলেই? বুঢ়াটোৱে কষ্ট পাইছে।" কেন্দুকলায়ে একো নামাতিলে। তাৰ যে অপৰাধ হৈছে ঠিক। কিন্তু সি কি কৰিব? ডাক্তৰৰ পানী দৰবত মানুহৰ আজিকালি অৱস্থাই নাই। তাকো আকৌ ফিজ দিলেহে পায়। সেই দু'অনা পইচাকে সি ককায়েকহঁতৰপৰা নাপায়।

কেন্দুকলাইক নিৰুত্তৰ দেখি বাছাই ক'লে, "কাইলৈ মোৰ লগত ওলাবি?"

"বাৰু।" বুলি সি শলাগিলে। খন্তেক পিছতে তাৰ মনটো অইন কথালৈ ঢাল খালে। সি ক'লে, "ৰজতহঁতৰ ঘৰ আজি পুলিচে ক্ৰোক্ কৰিলে। বহুত দিনৰ খাজনা বাকী পৰি আছে। চাবলৈ যাবি নেকি?

"কোন ৰজত?"

"কাঠ কলিতাৰ ঘৰৰ ৰজত।',

"সিহঁতৰ অৱস্থা দেখোন ভাল আছিল।"

বাছাৰ মন কিবা এক বিষ-বাষ্পৰে ভৰি পৰিল। কেৱল জ্বৰ, চুৰি, ক্ৰোক এইবোৰৰ খবৰেৰেহে গাঁওখন ভৰি পৰিছে। ভাল খবৰ শুনিবলৈ নোহোৱাতে পৰিল।

ৰজতহঁতৰ ঘৰখন পৰি আছিছে। খাজনাৰ দায়ত কিছুমান মাটি ইন্দ্ৰেশ্বৰ মহাজনৰ তাত বন্ধকত আছে; এতিয়া বাকীখিনিৰো খাজনা দিব পৰা নাই। ঘৰত ৰজতৰ মন নবহা হ'ল। সি নতুন মাটি ভাঙিবলৈ বিচাৰি ফুৰিছে। কিন্তু মাটি কিবা এনেয়ে পৰি আছে নে; অকল সেয়েনে কিবা। সি আজিকালি বহুত নিশালৈকে গাঁও ফুৰা হৈছে। নুমলী অৰ্থাৎ কেন্দুকলাইহঁতৰ তালৈ দিনটোত তাৰ এপাক নামাৰিলেই নহয়। টুটকীয়াবোৰে ইতিমধ্যে বদনাম ৰটিছে। মানুহে পাবহে লাগে, হোৱাই-নোহোৱাই কথা উলিয়ায়।

ৰজতৰ ঘৰ পাই বাছাই দেখিলে ৰজতৰ মাক-বাপেকে ঘৰৰ অৱশিষ্ট গহনা-পাতিবোৰ পুলিচে নিয়া বাবে হুৱাওৱাৰে কান্দিছে। মানুহ এসোপা চোতালত বহি আছিল। কিন্তু সন্ধিয়াৰ পোহৰত সি কাকো চিনিব নোৱাৰিলে।

এচুকত বহি ৰজতে কিবা ভাবি আছিল। কেন্দুকলায়ে গৈ তাৰ গাত হাত দি ইংগিতেৰে বাহিৰলৈ মাতি আনিলে। বাছাই তাক দেখি মাতিলে, "ৰজত কাই। ক্ৰোক কৰিলে বোলে।"

"ওঁ। ক্ৰোকেৰেও বোলে বাকী নমৰে। নীলামত যাব।" মাতটোত অভিযোগৰ সুৰ স্পষ্ট।

"তোমালোকৰ ঘৰখন পৰিল।"

"কি কৰিবা! ইন্দ্ৰেশ্বৰে মাটি নি নি শেষ কৰিলে। এতিয়া হয় টেটুত ফাচ দি মৰিব লাগিব, নহয়—" হঠাতে সি দাঁত কৰচিবলৈ লাগিল। চোতালৰ মানুহবোৰে আকালৰ কথা পাতিছিল। বহুতৰে ঘৰতে খাবলৈ নাই, নিশাও চাকি নজ্বলে, জ্বৰ-জাৰি আছেই। "নহয়, কি ক'লা ৰজত কাই।"

"তাকে শেষ কৰিম।"

ৰজতৰ মূৰ্তি দেখি বাছাৰ ভয় লাগিল। ৰজতক এনে মূৰ্তিত সি কোনোদিনে দেখা নাই।

কিছুপৰ নীৰৱে গ'লত ৰজতে প্ৰকৃতিস্থ হৈ সুধিলে, "এই ৰাতিখন আহিলা দেখোন।"

"ধান বিচাৰি আহিছিলোঁ। ৰাটতে তোমালোকৰ খবৰ পাই আহিলোঁ।"

"চন্দ্ৰ বাপুটিৰ ঘৰতো ধান হুৰিল। হৰি হৰি। নোহোৱা-নোপোজা কথা।" ৰজতে খুব আচৰিত হৈ ক'"ল। আচৰিত হ'বৰ কথাই। গাঁৱৰ বেছি ভাগ ভৰালেই সুদা। মানুহে খেতি কৰে হে কৰে, ধানে নোজোৰে। খাওঁতাও বাঢ়িল, ইপিনে মহাজনৰো উৎপাত চৰিল।

হঠাতে বাছাৰ মনত পৰিল, মাকলৈ। ফলি পুথি ল'বৰ সময় হ'ল, ইয়াত থাকিলে মাকে খং কৰিব। সি ক'লে, "ৰজত কাই, গাঁওখন কিবা হ'ল। খালি জ্বৰ, আকাল, চুৰি— জানিবা দৈত্যৰাজ।" ৰজতে একো নেমাতি মনে মনে ৰ'ল। সি অন্য কিবা এটা ভাবি আছিল। বাছাই আকৌ ক'লে, "মই যাওঁ ৰজত কাই, পঢ়িবৰ হ'ল।" ৰজতে এইবাৰ সাৰ পাই সুধিলে, "যোৱা।" কোৱাৰ লগে লগে অন্ধকাৰে ৰজতৰ মুখখন একেবাৰে চিনিব নোৱাৰা কৰিলে। এচপৰা ডাঠ এন্ধাৰৰ দৰে সি তাতে থিয় দি ৰ'ল। বিষণ্ণ মনেৰে বাছা তাৰপৰা উলটিল। লগত কেন্দুকলাই। তাৰো মুখখন আন্ধাৰে ঢাকি ধৰিলে।

নিশব্দে আহি যেতিয়া সিহঁত এটা চাৰি আলিৰ মূৰ পালেহি তেতিয়া ওচৰৰ কাৰোবাৰ ঘৰত সিহঁতে কান্দোন শুনিলে। বাছাই সুধিলে, "কাৰ ঘৰ অ', কোনে কান্দিছে ?"

ওচৰৰ ঘৰটোলৈ চাই কেন্দুকলায়ে ক'লে, "যোগেনহঁতৰ।"

"যোগেনহঁতৰ হ'ল কি ? বিস্ময়ত বাছাৰ মন ভৰি পৰিল।

"বলচোন খবৰ কৰোঁ। তোৰ দেৰি হ'ব নে কি ?"

"বাৰু ব'ল।" ইতস্ততঃ কৰি বাছাই উত্তৰ দিলে।

অলপ দূৰ খোজ কাঢ়ি দুয়োটা খগ বায়েনৰ পদূলিমুখত থিয় হ'লগৈ। তেনেতে দেখিলে পুলিচ দুটাই এটা মদগজ মানুহক ধৰি লৈ আহিছে। বাছাই আন্ধাৰৰ মাজতো মন কৰিলে প্ৰকাণ্ড শৰীৰেৰে আৰু জোনাকী পৰুৱা যেন চকুহালিৰে সেইটো যোগেন। সি তাতকৈ ছয় সাত বছৰৰ ডাঙৰ। মেটমৰা কঠীয়া দুটোমৰ দৰে শকত বাহু দুটা আন্ধাৰে ঢাকি থৈছিল। বাছাই মন কৰিলে তাৰ হাত দুখনত লো লগোৱা। তাক পুলিচকিটাই একৰকম গতিয়াই নিয়া দি নিছে। বাছাই উত্তেজিত স্বৰে সুধিলে, "কি হ'ল তোৰ, যোগেন ?"

নিষ্ফল ক্ৰোধত হাত দুখন টনা-আজোৰা কৰি যোগেনে ক'লে, "ইহঁতে চুৰি কেচত ধৰিছে।" কিন্তু তাৰ উত্তৰ শেষ হ'বলৈ নৌ

পাওঁতেই এটা পুলিচে তাক গতিয়াই লৈ গ'ল। যোগেনক আন্ধাৰে ঢাকি ধৰিলে।

খগবায়েন আহি তেনেতে পদূলিমুখ পাইছিলহি। বাছাক দেখি ক'লে, "নকবা আমাৰ দুৰ্দশাৰ কথা। ই পাষণ্ডই খালে। কটা নৰঘাতকী।"

নৰঘাতকী! যোগেন নৰঘাতকী!! সৰ্বনাশ!

"কি হ'ল বায়েন, ভাঙি-পাতি কোৱাচোন।" বাছাই সুধিলে।

"আমাৰ গাঁৱত এদল নিশাচৰ আছে সিহঁতৰ সৈতে লগলাগি ই ক'ত কি কৰিছে...মই ক'ব নোৱাৰোঁ তোমাৰে...শপত বাছা, মই একো নাজানো। মোক নুসুধিবা।" বুলি বায়েন তাতে বহি পৰিল।

এনেতে কেন্দুকলায়ে তাৰ বাহুত চিকুট মাৰি কাণে কাণে ফুচ-ফুচাই ক'লে, "এই ব'ল, ইয়াত থাকিলে মাৰে খং কৰিব।"

খগ বায়েনে হঠাতে কেন্দুকলাইৰ ফালে চাই ক'লে, "হেৰৌ, তহঁতৰ মনৰ ওপৰতো চোওা কৰিছে।"

"মনকইনাৰ ওপৰত!" খুব আচৰিত হৈ বাছাই ক'লে।

"আঁ।"

কেন্দুকলায়ে বাছাৰ চোলাত ধৰি টানি ক'লে, "এই ব'ল।" একৰকম জোৰ কৰিয়েই কেন্দুকলায়ে বাছাক টানি আনি ঘৰমুৱা বাটত তুলিলেহি।

কেন্দুকলায়ে বাছাক আগবঢ়াই থৈ আহিবলৈ যাওঁতে ক'লে "হেৰ তয়ো আৰু। ইমান ভাবিছ কি? আমাৰ ইয়াত বহুত ল'ৰা আছে যি কয় ইয়াত খালেও খোৱা, বগা ঘৰত খালেও খোৱা। বৰং ঘৰত খাবলৈ নাইহে। মোৰো কেতিয়াবা চুৰহে কৰিবৰ মন যায়।"

ওভোতা কথা শুনি বাছাৰ হিয়া কঁপি গ'ল। চুৰ কৰাৰ প্ৰতি এনে সহজ মনোভাৱ গ্ৰহণ কৰা দেখি সি কেন্দুকলাইকো ক্ষমা কৰিব নোৱাৰিলে। কেন্দুকলাইৰ ওপৰত তাৰ খঙেই উঠিল। সি ক'লে, "এইবোৰ কথা মোক নকবি। চুৰি কৰা মহা-পাপ। চোৰ..."

বাছাই আৰু কিবা ক'ব খুজিছিল, কিন্তু তেনেতে কেন্দুকলায়ে খিল্‌খিলাই হাঁহিবলৈ ধৰিলে। তাৰ হাঁহিৰ শব্দ বাঁহনি ভেদি গ'ল সৰু সৰু জোনাকী পৰুৱাবোৰে ভুতৰ আৰু ডকাইতৰ চকুৰদৰে ফালে চাই ভয় খুৱাবলৈ ধৰিলে। বাছাই খুব নিঃসহায় যেন অনুভৱ কৰিলে।





বাছাই দেখিলে কেন্দুকলায়েও চুৰি কৰা পাপ বুলি নাভাব, তাৰ ভাব দোচোৰা ধৰণৰ। নহ'লে সি কিয় এনেকৈ হাঁহিব ?

সি সুধিলে, "হাহিছ কিয় ?"

"তই ওপৰে ওপৰে কথা কৈছ। আমাৰ গাঁৱৰ ল'ৰাবোৰে চুৰ কৰিবলৈ লৈছে কিয় ক'ব পাৰ নে ?" খুব কঠোৰভাৱে প্ৰশ্ন কৰিলে কেন্দুকলায়ে ?

তথা লাগি বৈ বাছাই সুধিলে, "কিয় ?"

"খাবলৈ নাপাই।"

"মিছা কথা। যাৰ স্বভাৱ বেয়া সি চুৰ কৰে। পঢ়িছনো কি !"

"হেৰ অভাৱে জানো স্বভাৱ নষ্ট নকৰে ! মনকাইটিয়েও…"

"মনকাইটিয়ে কি ?"

"আজি নকওঁ দে।" হুমুনিয়াহ ছাৰি কেন্দুকলায়ে ক'লে ! "তই পঢ়া-শুনা কৰিছ। কালিলৈ চৰকাৰী চাকৰি কৰি ডাঙৰ মানুহ হ'বি ; তই আমাৰ দৰে গোট-গৰু ভিকহবোৰৰ কথা কি বুজিবি। যেতিয়া ঘৰ সোমাওঁগৈ তেতিয়া মোৰো মন যায় হয় গল কাটি মৰিবলৈ নহয় চোৰ হৈ দুপইচা আর্জিবলৈ। তই জানাই দেখোন আমাৰ ঘৰখনৰ কি হৈছে।"

বাছাই বুজিলে কেন্দুকলাইৰ মনো নিশাচৰবোৰৰ প্ৰতি ঢাল খাইছে। কিয় সি ক'ব নোৱাৰে। অভাৱে সঁচাকৈ জানো স্বভাৱ নষ্ট কৰে ! যোগেন নৰঘাতকী, মনৰ মন বগাঘৰত ভাত খাবলৈ সাজু আৰু কেন্দুকলাইৰো মতি-গতি বেয়া। ইয়াৰ কাৰণ কি এটাই সিহঁতৰ খাবলৈ নাই।

ঘৰৰ ওচৰ পাই বাছা ৰ'ল আৰু হঠাতে কিবা ভিতৰৰ প্ৰেৰণাত ক'লে, "কেন্দুকলাই, তই চুৰ কৰিবলৈ নলবি।"

কেন্দুকলায়ে এইবাৰো হাঁহিব খুজিছিল। কিন্তু বাছাৰ ব্যৱহাৰ দেখি সি হাঁহিব নোৱাৰিলে। বাছাতো এক ধৰণৰ ল'ৰা, তাৰ ভাব-বোৰ অদ্ভুত। কেন্দুকলাইৰ বো লাগিল। আজিকালি তাৰ ক'তো মন নবহে ; ঘৰত অশান্তি মনত অশান্তিৰ কোবত ক'ত কি কৰে সি ঠিক নাই। সঁচা কথা, মাজে মাজে তাৰ চুৰ কৰিবৰো ভাব হয়। কিন্তু সিতো চুৰ কৰা নাই এতিয়ালৈকে। কিবা এটা যদি কাম ওলায় ক'ৰবাত, তেন্তে সি তাকেই কৰিব।

বাছাই আকৌ সুধিলে, "একো নকলি দেখোন।"

"নকৰে।" হঠাতে সি ক'লে।

"ঠিক।"

"ঠিক। এই কাণত ধৰিছো চা।"

বাছাই সন্তোষৰ হুমুনিয়াহ পেলাই তালৈ এবাৰ চালে। তাৰ বিশ্বাস হ'ল অন্ততঃ কেন্দুকলাই যোগেনৰ দৰে নহয়।

অলপ সময় মনে মনে থৈ বাছাই হঠাতে সুধিলে, "বাপেৰলৈ দৰব আনিবৰ বাবে কাইলৈ মোৰ লগত ওলাবি।"

"ফিজ দিবি।"

"দিম।"

## ॥ পাঁচ ॥

ভিতৰ সোমাই দুৱাৰমুখ পাওঁতে মন কৰিলে মাকে এন্ধাৰে মুধাৰে তাতে বৈ পদূলিৰ ফালে চাই আছে।

"আই।" বাছাই মাকক আজিকালি আয়েই বোলে।

মাকে সুধিলে, "সেইটো কোন?"

"কেন্দুকলাই।"

"ইমান দেৰি ক'লৈ গৈছিলি?"

বাছাৰ বুকু চিৰিং কৰে গ'ল। মাকৰ খং উঠিছে চাগে। সি ক'লে, "ধান বিচাৰোতে দেৰি হ'ল।"

"আৰু কলৈকো যোৱা নাই?" তীক্ষ্ণ সুৰত মাকে প্ৰশ্ন কৰিলে।

'ৰজত আৰু খগহায়েনৰ তালৈ গৈছিলোঁ।"

"কেলেই! সঁচা কথা ক।"

বাছাই সঁচা কথা ক'লে।

কথা শুনি শুনি মাকৰ মন বিৰক্তিত, ভয়ত আৰু বেজাৰত ভৰি গ'ল। গোটেইখন চোৰ হ'ল। গোটেইখনৰে দুখ হৈছে। উপায় নাই। কলিকাল হ'ল। হুমুনিয়াহ ছাৰি তেওঁ বাছাক লৈ পাকঘৰলৈ গ'ল আৰু তাক চাহ-তাহ খুৱাই ক'লে. "এই কীৰ্তনখন পঢ়চোন। মই দাইলত তেল মাৰোঁ।"

"কীৰ্তন!" আচৰিত হৈ বাছাই সুধিলে। অতিকে মনত কিবা এটা অশান্তি নহ'লে মাকে কীৰ্তন পঢ়িবলৈ তাক নকয়। সি গোঁসাই

ঘৰৰ থাপনাৰপৰা কীৰ্তনখন আনি পিৰাখন পাৰি বহি ললে, "কোন অধ্যায় পঢ়িম ?"

"প্ৰহ্লাদচৰিত্ত পঢ় ।"

বাছাই প্ৰহ্লাদৰ কথা পঢ়িবলৈ বৰ ভাল পায় । কাজেই সি সুৰ ধৰি ধৰি পঢ়িবলৈ লাগিল । পঢ়োতে পঢ়োতে তাৰ ভাব হ'ল যেন প্ৰহ্লাদৰ শাস্তিৰ লগে লগে সিও শাস্তি খাইছে, তথাপি ভগৱানত ভক্তি হেৰুৱা নাই । সি কল্পনা কৰিলে দৈত্য-শাস্ত্ৰ পঢ়ি পঢ়ি সিহঁতৰ গাঁওখনৰ সকলো ল'ৰা চোৰ হৈছে, সিয়েই একমাত্ৰ ল'ৰা যি ধৰ্মত মতি ৰাখি চলিছে । সি সকলো ল'ৰাৰে ধৰ্মলৈ মতি ঘূৰাই আনিব ।

পঢ়ি পঢ়ি কল্পনা কৰোঁতে সি ইমান তন্ময় হৈ গৈছিল যে মাকে তাৰ ওচৰত বহি কিমান পৰ পদ শুনিছিল সি ক'ব নোৱাৰে । তাৰ পঢ়া শেষ হ'লত মাকে ক'লে, "ভগৱানে প্ৰহ্লাদক যেনেকৈ ৰক্ষা কৰিলে তেনেকৈ তোকো ৰক্ষা কৰক ।"

"কাৰপৰা আই ।" বিস্ময়ৰে বাছাই প্ৰশ্ন কৰিলে ।

"চোৰবোৰৰপৰা ।"

বাছাই ক'লে, "আই ইহঁত কিয় চোৰ হৈছে ক'ব পাৰ জানো । খাবলৈ নাপায় । কেন্দুকলায়ো চোৰ হ'ব খুজিছে ।"

"কেন্দুকলাই ! আও, তই তাৰ লগ নলবি তেন্তে ।" ভয়ত মাকে ক'লে ।

বাছাই হাঁহি ক'লে, "মই তাক শপত খুৱালো চোৰ নহ'বলৈ ।"

"সি শপত খালে নে ?"

"খালে ।"

"ভাল হ'ল । ঈশ্বৰে তাক সজ মতি দিয়ক । তই কিন্তু এইবোৰত যোগ নিদিবি ।"

ৰাতি যথা সময়ত খাই-বৈ সিহঁত শুলে । পুৱাই উঠি বাছাক মহত দোকানীৰ ওচৰলৈ পঠালে ধান বিচাৰি । মহত দোকানীয়ে ক'লে নগদ টকাৰ অবিহনে বন্ধকত কিবা থলেহে তেওঁ ধান দিব পাৰিব ।

মাকক খবৰটো দিলত মাকে প্ৰথমতে কিছু চিন্তা কৰিলে, তাৰ পিছত ক'লে' বাৰু, ভাবি চাম বাৰু ।"

ন মান বজাত কেন্দুকলাই ওলালহি তাৰ লগত পূৰ্ব বন্দৱস্তমতে হাস্পাতাললৈ যাবলৈ । মাকৰপৰা দুঅনা পইছা বেছিকৈ লৈ বাছাও ওলাল স্কুললৈ ।

ওৰে বাটটো সেইদিনা বাছাই কেন্দুকলাইক ক'লে ভাল হ'বলৈ। কেন্দুকলায়ে ক'লে, "কাম এটা বিচাৰো বাৰু ৰ।"

বাছাই প্ৰহলাদৰ কথা উলিয়াই ক'লে, "প্ৰহলাদৰ দৰে হ'বলৈ তোৰ মন নাযায় নে? কিমান ভাল প্ৰহলাদটো।"

"মোৰ হ'লে ভীমসেনকহে ভাল লাগে। কিয় জানো ক'ব নোৱাৰোঁ। ৰজতকায়ে ভাৱনাত ভীমসেন হৈ দুঃশাসনৰ যেতিয়া ৰক্তপান কৰে তেতিয়া মোৰ গা ৰণ্‌জিত ৰণ্‌জিত কৰে।" কেন্দুকলায়ে ক'লে।

"ৰজতেও ভীমক ভাল পায়।"

"অকল ৰজতেই নহয়। আমাৰ সবে। চোৰবোৰেও। ভীমে দুখীক তৰে।"

"ধেৎ।" বুলি বিৰক্তি প্ৰকাশ কৰি বাছা মনে মনে ৰ'ল।

"ধৎ নুবুলিবি। বামুণৰ ল'ৰাক জানো বকাসুৰৰপৰা ভীমে ৰক্ষা কৰা নাই।"

গধূলি বাছা ঘৰলৈ ঘূৰি আহিল। হাস্পাতালত কেন্দুকলায়ে এবটল ৰঙা দেৱাই পালে। সেইদিনা দৰৱ খুৱাবলৈ শিকাই দি বাছা সিহঁতৰ ঘৰৰপৰা যথা সময়ত ঘূৰি আহিলগৈ। আহি মাকক ক'লেহি, বুঢ়া ভকতৰ গা বেয়া ফালেহে গৈছে। বুঢ়া ভকতৰ বেমাৰৰ কথা শুনি মাকৰ মন বিষাদত ভৰি গ'ল। হকে নহকে বুঢ়া ভকতহঁতেই তেওঁ শলাগিবপৰা আৰু বুজিবপৰা মানুহ। মানুহটোৰ মাজত ধৰ্ম আছে।

বাছাই ভৰি-হাত ধুই আবেলিৰ ভাত খোৱাৰ পিছত মাকে ক'লে, "বাছা, পিয়নে চিঠি এখন দি গৈছে। মই চ'ৰাঘৰৰ বেৰত খুচি থৈছোঁ। আনি পঢ়চোন।"

বাছাই চিঠি পালে পঢ়ি খুব আনন্দ পায়। কাজেই সি আগ্ৰহেৰে চিঠিখন আনি লেফাফাটো ফালিলে আৰু পঢ়িবলৈ ধৰিলে ঃ

"মৰমৰ বাছা,

সেইদিনা তোমাক এৰি থৈ আহি বৰ বেয়া লাগিছে। তোমালৈ মোৰ সদায় মনত পৰে, তুমি হে কিজানি পাহৰিলা। তোমালোকৰ গাঁওখন ভাল লাগিল। বাঁহনি আৰু কাঠনিবোৰ ডাঠ। ভাব হয় সেইবোৰত দেৱতা আছে। কঁঠাল-তলত বৰ ভাল লাগিল। তুমি কোৱা বাবাজীজনৰ কথাও মাজে মাজে মনত পৰে। তেওঁ আহিলে মোক খবৰ দিবা। তোমালোকৰ ঘৰৰ কথা শুনি মাই বৰ ভাল

পাইছে। প্ৰভা—মানে মোৰ ভনীজনীয়ে—তোমাক চাবলৈ বিচাৰিছে। যদি মাবাই অনুমতি দিয়ে বিহুতে আহিবা। তুমি পঢ়াত ভাল বুলি শুনি ভাল লাগিছে। ময়ো পঢ়াত ভাল আছিলোঁ। কিন্তু দেউতা নাই, দদাইদেউৰ অৱস্থা ভাল নহয়। কাজেই পঢ়া-শুনা এৰুৱাই দদাইদেৱে কামতে সুমুৱাই দিলে। তোমাৰ যাতে তেনেকুৱা নহয় তাকে ভগৱানক খাটিছো। পাবিলে স্কলাৰশ্বিপ ধৰিবলৈ যত্ন কৰিবা। তেতিয়া কলেজত পঢ়াৰ সুবিধা হ'ব। মৰম লবা। উত্তৰ দিবা। মাবাক মোৰ সেৱা জনালোঁ'' ইত্যাদি।

মূৰলী বৰুৱাই আৰু বহুত কিবাকিবি লিখিছিল। সেইবোৰ কথা শুনিবলৈ মাকৰ ধৈৰ্য্য ন'হল। আজিকালিৰ শিক্ষিত ল'ৰাবোৰে কথা এটা পাবহে লাগে। তাকে ফেনেকি থাকে। চিঠি-খনৰ মূল বিষয় শুনাৰ পাছত মাকে হঠাতে ক'লে, ''বাছা, ল'ৰাটো ভাল। এখন উত্তৰ দিবি।''

বাছাই সুধিলে, ''যোৱাৰ কথা কি লিখিম ?''

''একো নিলিখিবি।''

''কেলেই ?''

''যাব লগা হ'লে মই ক'ম নহয়।'' এই বুলি মাকে গধূলিৰ ভাতৰ যোগাৰ কৰিবৰ বাবে পাকঘৰলৈ সোমাই গ'ল।

বাছাৰ যোৰহাট আৰু বালিগাঁও চোৱাৰ ইচ্ছা হৈছিল। কিন্তু মাকৰ আদেশৰ ওপৰত কোনো কথা নচলে। গতিকে সি মনৰ আশা মনতে পুহি থ'লে।

চিঠি পঢ়াৰ পিছত মাকে তাম মহত দোকানীক মাতিবলৈ পঠালে। কালিলৈ পুৱা যাতে তেওঁ সিহঁতৰ ঘৰলৈ এবাৰ আহি যায়। মাতি আহি সি গৰু-ছাগলী বান্ধিলে আৰু গোঁসাই ঘৰত চাকি দি সৰস্বতীৰ স্তোত্ৰ মাতিলে। মনে মনে সি ভগৱানক প্ৰাৰ্থনা কৰিলে মনৰ সকলো আশা পূৰণ কৰি দিবলৈ। তাৰে ভিতৰত এটা আশা আছিল, ''প্ৰভু গাঁওখনৰ যেন শীঘ্ৰে মঙ্গল কৰা প্ৰভু। চোৰবোৰে চুৰ কৰিবলৈ এৰক।''

তাৰ পিছত পঢ়া মেজৰ ওচৰত বহি সি কাগজ উলিয়াই মূৰলীলৈ এখন চিঠি লিখিলে। জীৱনত এয়ে তাৰ প্ৰথম চিঠি। কিমান পৰ লেখিলে ক'ব নোৱাৰে, কিন্তু যেতিয়া লিখি অতালে তেতিয়া মন কৰিলে মাকে ভিতৰত ভাজি বহাইছে। তাৰ মানে ভাত খাবলৈ

এতিয়াই যাবৰ হ'ব ? লৰালৰিকৈ সি চিঠিখন লৈ পাকঘৰলৈ গৈ জুহালৰ চাকিৰ ওচৰত বহি ক'লে, "আই চিঠিখন শুনিবি নে ?"

মাকে কুটা জাতিলাওটোৰ বাকলি তেতিয়াও মাটিত পৰি আছিল। মাৰলঘৰৰ পিৰালিত থকা ছাগলীৰ গৰালটোত ছাগলী পোৱালীকেইটিয়ে খৰমৰাই উঠিল। পাকঘৰৰ মুধৰ কলজোপাত এটা চৰাই ধপুচু কৰে পৰি বাছাক ভয় খুৱাই দিলে। সেই শব্দৰ লগত শুকান বতাহত গছ-পাত পৰাৰ শব্দ শুনি বাছাৰ মনটো সেমেকি গ'ল। বহুত দূৰৈত কোনোবা গৰু বিচৰা মানুহে "ঐ ৰাঙলী তাৰ প্ৰতিক্ৰিয়া স্বৰূপেই নে কি গৰুৱে হেম্বেলিয়াইছিল। হাবিত এটা ফেউৰায়ো চিঞৰিছিল।

মাকে ক'লে "পঢ়।" লগে লগে ভাজিখন লৰাই দি কেৰাহীখনত সাফৰ দি দিলে।

বাছাই চিঠিখন পঢ়িলে ঃ

"মৰমৰ দাদা,

আপোনাৰ চিঠি পাই খুব ভাল লাগিল। আয়ে ক'লে 'উত্তৰ দিবি'। উত্তৰ লগে লগে লিখিছোঁ। আপোনালোকৰ তালৈ যাবৰ মন মোৰ আছে, কিন্তু কেতিয়া যাব লাগে আয়ে ক'ব। আপোনাৰ মাক আৰু বাইদেউক মোৰ শ্ৰদ্ধা জনালোঁ।

আমাৰ গাঁওখন বেয়া খুব হৈছে। চোৰ হ'ল ল'ৰাবোৰ। মানুহে কয়, ইয়াত খোৱাও খোৱা বগা ঘৰত খোৱাও খোৱা। বৰং ইয়াত খাবলৈ নাই হে। কালি এটাই কৈছে খাবলৈ নাপাইহে বোলে মানুহ চোৰ হৈছে।

বাৰু প্ৰহলাদ হোৱা ভাল নে ভীমসেন হোৱা ভাল ? মোৰ মতে প্ৰহলাদ হোৱাহে ভাল। প্ৰহলাদ দৈত্যৰ মাজত থাকিও কেনেকৈ সদ্‌মতি ললে, তাক ভাবিলে বৰ ভাল লাগে। কেন্দুকলায়ে কিন্তু কয় ভীমসেনহে ভাল। ভীমসেন বোলে দুখীয়াৰ তাৰোঁতা। বকাসুৰক মাৰি যেনেকৈ দুখীয়া বামুণৰ ল'ৰাক উদ্ধাৰ কৰিছিল তেনেকৈয়ে বোলে তেওঁ গাঁওখনৰ দুখ উদ্ধাৰ কৰিব পাৰে।

আমাৰ ভাল। আপোনালোকৰ কথা লিখিব। উত্তৰ দিব।

ইতি

আপোনাৰ মৰমৰ

চিঠি পঢ়ি সি সুধিলে' "ভাল হৈছে নে, আই।"

"খুব ভাল হৈছে। কাইলৈ ডাকত পঠিয়াই দিবি।"
প্ৰশংসা শুনি তাৰ আনন্দত বুকু ফুলি উঠিল। সি সুধিলে, "আই প্ৰভা বাইদেৱে মোক কিয় চাব খুজিছে?"
মাকে হাঁহিবলৈ ধৰিলে আৰু ধেমালি কৰি ক'লে, "হেৰ প্ৰভাক তোৰ নবৌৱেৰ কৰিব খুজিছো নহয়, গম পোৱা নাই।"
উৎসাহত বাছাই ক'লে, "মানে তোৰ বোৱাৰী। আন চোন নবৌ এজনী। অকলে অকলে থাকিলে বৰ বেয়া লাগে বুজিছ নে।"
মাকে ক'লে, "আনিম সোণ।"
"কেতিয়াকৈ?"
"দাদাৰ কেৰণী হওক আগেয়ে।"

## ॥ ছয় ॥

মহত দোকানীয়ে ধান ছমোণৰ পাওনা ছয়ষষ্টি টকাত মাৰি দোচোৱা বস্তুত সন্তুষ্ট নহৈ যেতিয়া একেবাৰে পুতেকৰ জোৰণত দিবলৈ সাচি থোৱা আঙঠিটো মাকক বন্ধকত দিবলৈ বাধ্য কৰিলে তেতিয়া বাছাৰ ভাৰ হ'ল যেন দোকানী এটা প্ৰকাণ্ড দৈত্য। ইয়াৰ অন্তৰত দয়া—মৰম—ধৰম একো নাই। ই কেৱল টকাহে চিনি পায়। ধানো সি ওভোতাই দিব খুজিছিল। কাৰণ আঙঠিটো দিবলৈ কিমান দুখ পাব সি তাক ভালদৰে উপলব্ধি কৰিছিল। কিন্তু মাকে তাক হাক দি ক'লে, "চাওঁতাজনে চাব নহয়, তই কেলেই হকা-বধা কৰিছ।" তথাপি এই আঙঠিটোৰ বিচ্ছেদ তেওঁ সহ্য কৰিবলৈ টান পাইছিল। তেওঁক বোৱাৰী কৰি আনিবৰ আগতে জোৰণত এই আঙঠিটো দিছিল শহুৰেকে। তেতিয়াৰেপৰা দুখুনীৰ ধন তেওঁ সাঁচি থৈছে পুতেকৰ বিয়াৰ বাবে। কিমান আশা আছিল এই আঙঠিটো তেওঁ নিজ হাতে বোৱাৰীয়েকক পিন্ধাই দিব!

ধান থৈ আৰু আঙঠি লৈ মহত দোকানী যোৱাৰ পিছতো বহুত সময়লৈকে মাক চোতালত বহি আছিল। বোধহয় আঙঠিৰ বিৰহ তেওঁৰ সহ্য হোৱা নাছিল। ওচৰত ধান দেখি ছাগলীয়ে ধান খাবলৈ বৈ আছিলহি। বাছাৰ স্কুলীয়া ভাত ৰান্ধিবৰ বাবেও তেওঁ চৰুলৈ জাল নিয়াৰ কোনো লক্ষণ প্ৰকাশ নকৰিলে। বাছাৰ বেয়া লাগিল, ক'লে, "আই!"

"কি হ'ল !"

"আঙঠিটোৰ কথাকে ভাবি আছ নে কি ?"

সৰু ল'ৰাৰ ওচৰত ধৰা পৰাৰ ভয়ত তেওঁ ক'লে, "ঈশ্বৰে কৰিলে মোৰ বাৰী দুখুনীৰ আঙঠি আকৌ ঘূৰি আহিব। ঈশ্বৰে চকু মেলিলে মাছৰ পেটটো আঙঠি ওলায়।"

চোতালত তেতিয়া ভালকৈয়ে ৰ'দ পৰিছে। সিহঁতৰ পুখুৰীটোৰ কেউকাষে গজি উঠা অৰহৰ মাহৰ পুলিবোৰ জোপোহা হৈ পৰিছে। তাৰ পাৰতে সৰু ডিপেৰে কাতিবিহুত চাকি দিবলৈ ৰোৱা তুলসী জোপা কজলা হৈ ৰ'দত জিলিকি উঠিছে। তুলসীজোপা নীৰৱ, যেন সাক্ষাত এগৰাকী আই। ওচৰতে থকা বিৰাট কঁঠালজোপা যেন বাবা ভোলানাথ। তুলসী বাবা ভোলানাথৰ আই।

বাছাই তুলসীজোপাত গৈ প্ৰণাম কৰি ক'লে, "তুলসী আই, আমাৰ আইৰ আঙঠিটো তুমি আনি দিবা।"

এনেতে সি কাৰোবাৰ মাত শুনি লাজ পাই থিয় হ'ল, "কি হ'ল দিনতে তুলসী সেৱা কৰিলি দেখোন।"

বাছাই তাৰ সেৱাৰ উদ্দেশ্য ব্যাখ্যা কৰাত কেন্দুকলায়ে ক'লে, "তহঁতক ঠগিলে। নতুন ধানৰ দাম ইমান নহয় বুজিছ। মহত দোকানীও দৈত্যহে এটা : আইৰ আঙঠিটো সি লব লাগে নে? গাঁওখনত মৰম নাইকিয়া হ'ল মানুহৰ। পিতাই কালি বৰ দুখ কৰিলে।"

"কি ক'লে ?"

"কলি যুগ। দয়া-মৰম-ধৰম-সত্য একো নাই এই যুগত ?"

"এই দৰেই থাকিব নেকি সদায়?" দুখত বাছাই সুধিলে। "ওহোঁ।" পিতাই কৈছে—

কলিৰ শেষত হৈবে কল্কি অৱতাৰ।
"কাটি-মাৰি ম্লেছক কৰিবে বুন্দামাৰ।। সত্য যুগ হ'ব।"

"হ'লেই হয়। পিতাৰৰ কেনে ?"

"ওহোঁ। খুব বেয়া! ৰজত কায়ে কৈছে খৰি যোগাৰ কৰি থবলৈ।"

বাছাই ক'লে, "তোৰ দুখ লাগিছে নহয়নে ?"

দুখত পথাৰ ছিৰাদি ছিৰাছিৰ হৈছে বুকুখন। মনকাইটিৰ পিছতো পুলিচ ঘূৰিছে। যোগেনৰতো শুনিছই হ'ব পায়।"

"ওহোঁ।"

"সি গৰু চুৰ কৰোঁতে গিৰিহঁতকো কাটিলে। হাজোতিত পাগল হ'ল। এতিয়া পগলা-ফাটেকত।"

"খগ বায়েনে ঠিকেই কৈছিল।"

"অঁ।"

"কি হ'ব তাৰ ?"

"ক'ব নোৱাৰো। আইনৰ কথা আইনে জানে।"

"মনেও চুৰ কৰিছিল নেকি ?"

"অঁ। হালবাবলৈ গৰু আনিছিলগৈ।"

কেন্দুকলাইৰ চকু হঠাতে চুলচুলীয়া পৰি গ'ল। "মোৰ ঘৰখনত থাকিবৰ মন নাই। মিলিটাৰীত যোৱা ককাইটোৰ দৰে কেনিবা গুচি যাওঁ বুলিছোঁ। সি এনেকৈয়ে গ'ল।"

তেনেতে বাছাৰ মাকে বাছাক ভিতৰৰপৰা চিঞৰি ক'লে "বাছা, ধানখিনি হাতেপাতে ধৰি ভঁড়ালত সুমাই থচোন।"

বাছাই ক'লে "কেন্দুকলাই ধৰচোন ধানখিনি।"

কেন্দুকলাইৰ সৈতে দুয়োটাই ধানখিনি ভঁড়ালত সুমালে। তাৰ পিছত দুয়োটাই বাছাৰ মাকৰ আহ্বানক্ৰমে চাহ খাবলৈ গ'ল।

চাহ খাওঁতে মাকে সুধিলে, "পিতাৰৰ খবৰ কৰিবলৈ যাওঁ বুলি যাব পৰা নাই। কেনে আছে ?"

সংক্ষেপে পিতাকৰ সংকটাপন্ন অৱস্থাৰ কথা বৰ্ণালত বাছাৰ মাকে ক'লে, "বুঢ়া ভকতৰ তেনে কাল হ'ল।" অলপ পৰ ৰৈ মাকে সুৰত ক'লে "তইঁতে এতিয়া বুঢ়াক প্ৰতিপাল কৰ। আৰু ঘৰখনলৈ চকু দে।"

কেন্দুকলায়ে ক'লে, "কি কৰিব আই ? ছিগা বটীয়া কিমান জোৰাব ? এহাল গৰু নাই। চৰকাৰে যি ঋণ দিয়ে তাকো পাবলৈ কাৰসাজি। মই দেশান্তৰীহে হ'ম।"

কেন্দুকলাইক এখন তামোল দি মাকে ক'লে, "ধেৎ। দেশান্তৰী হবি কিয় ? ঘৰখনত লাগহঁকচোন অ' এটা কথা। মনক কবি, হাটলৈ যাওঁতে মোৰ ইয়াত সোমাই যাব।"

"ছাগলী পোৱালী ডাঙৰ হ'ল নেকি আই ?"

"অঁ।"

"মন চাপৰিত আছেগৈ। তাৰ ওপৰত পুলিচৰ—" বুলি কেন্দু-কলাই ৰৈ গ'ল।

বাছাই কেন্দুকলাইক "শেহঁত মনৰো স্মৃতি-গতি লৰিল।"

কেন্দুকলায়ে হাঁহিলে। তাৰ হাঁহিটো বৰ বেজাৰ লগা।

হাটৰ দিনা পুৱা মাকে বাছাৰ হতুৱাই ছাগলী পোৱালী দুটা বন্ধাই থলে। চৰিবলৈ নাপাই সিহঁতে খুব বেবাইছিল। বাছাৰ স্কুল ছুটী। পুখুৰীতে সি বৰশী টোপাইছিল। পুখুৰীটোত দেউতাকে জীওৱা মাছ ঢেৰ আছে। পুখুৰীটো পনি আৰু শেলুৱেৰে ভৰা ; তাৰে এদাঁতিত মুকলি পাই সি বৰশীটো দি মাছৰ আশা পালি আছিল।

লাহে লাহে হাটলৈ যোৱা মানুহ গৈ এটা এটাকৈ শেষ হ'ল। তথাপি মনৰ দেখা-দেখি নাই। মাকে বাছাক ক'লে, "যাচোন এবাৰ খবৰ কৰি আহগৈ।" বাছাৰ বৰশীত এটা মাছে খুটিছিল। মাকৰ মাত শুনি মাছটোৱে খুটিবলৈ এৰি নীৰৱ হ'ল। বাছাৰ খং উঠিল, ক'লে "তই মাতিছিলি কেলেই। মাছটো গ'লগৈ নহয়। তোৰ ছাগলীতকৈ মোৰ মাছটো সৰু নে কিবা ?"

মাকে হাঁহি হাঁহি ক'লে, "মাছটো আকৌ আহিব। কিন্তু মন গলগৈ আৰু ছাগলী বেচা নহয়।"

বাছা এই উত্তৰত সহজতে সন্তুষ্ট হ'ল আৰু বৰশী সামৰি মনহঁতৰ ঘৰৰ ফালে দৌৰ মাৰিলে। দৌৰৰ কোবত কেতিয়ানো মনহঁতৰ পদূলি পোৱাৰ লগে লগে শুনিলে মনহঁতৰ ঘৰত কোনোবাই ইনাই–বিনাই কান্দিছে। কি হ'ল ? বুঢ়া ভকত ঢুকাল নে কি ?

পদূলি মূৰৰপৰা দেখিলে মনক হাত কেৰোৱা মাৰি দুটা পুলিচ আৰু এটা দাৰোগা ঘৰৰপৰা ওলাই আহিছে। তাৰ গাটো চিৰিং কৰে গ'ল। "কি হ'ল মন কাই ?" পদূলি মুখতে মনক তেনে অৱস্থাত পাই সি সুধিলে।

মনে লাজত তলমূৰ কৰিলে। একো নামাতিলে। চোতালত "মোৰ গিৰিহঁতক ক'লৈ নিলাহঁক ঔ" "মোৰ ল'ৰাই কি কৰিলে ঔ" বুলি মনৰ ঘৈণীয়েক আৰু মাকে ইনাই-বিনাই কন্দা শুনিলে।

মনহঁত গৈ নেদেখা হলত কেন্দুকলায়ে আহি তাৰ হাতত ধৰিলেহি। "বিপদৰ উপৰি বিপদ, বুজিছ বাছা। চুৰি কৰাৰ মজা সি এতিয়া পাব। পিতাৰ মূৰ আচন্দ্ৰাই কৰি গ'ল। বৰ ভয় লাগিছে। ৰজত কাইকে মাতি আনোগে। তই ইয়াতে অলপ বহ।"

কেন্দুকলাই কোবাকুবিকৈ গ'লগৈ। বাছাই অলপ ভিতৰলৈ গৈ দেখিলে বুঢ়া ভকত চোতালতে লবেজান হৈ পৰি আছে। কোনোবা

এটাই মুৰত পানী ঢালি দিছে। বুঢ়া ভকতে চিপ্ মেলিছে। মনৰ ভায়েক বাপুকণে জোনাৰাম বেজক লৈ সোমাইছেহি। বেজে মন্ত্র মাতি বিহলঙনিৰে ভকতক জাৰিবলৈ ধৰিলে। প্রায় এঘণ্টামান জৰাৰ পিছত বুঢ়া ভকতে চকু মেলিলে। বেজে অকণমান পানী মুখত দিলে। লগে লগে কিয় জানো বুঢ়া ভকতক কাহে খুন্দা মাৰি ধৰিলে। কাহৰ লগে লগে অৱস্থা বেয়াৰ ফালে ঢাল খালে। চাই থাকোতে থাকোতেই বুঢ়া ভকতৰ জীৱ দেহৰপৰা বাজ হৈ গ'ল। ঘৈণীয়েকে গম ধৰিব নোৱাৰি কোমল চাউলৰ পানী এটুপি মুখত বাকী দিব খুজিছিল, কিন্তু বেজে বাধা দি ক'লে, "আৰু দৰকাৰ নাই। বুঢ়া বৈকুণ্ঠলৈ গ'ল।"

গোটেই ঘৰখনেই গছৰ পাত সৰুৱাই বিনাবলৈ ধৰিলে। বাছাবো সহ্য নহ'ল। তাৰ চকুৰেদি আপোনাআপুনি লোতক বৈ আহিল। বুঢ়া ভকত আৰু নাই।

কেন্দুকলায়ে ৰজতক লৈ তেনে সময়তে পালেহি। সিও সেই দৃশ্য দেখি "পিতা ঔ" বুলি কান্দিবলৈ ধৰিলে।

ৰজতে একো নামাতিলে। সিও মানুহ হে। সিনো কৰিব কি? মৰা মানুহক জানো ঘূৰাই আনিব পাৰি? সি মাত্র ভাবিছিল কেনেকৈ জামিনত মনক আনিবপৰা যায়। ওচৰচুবুৰীয়াৰে লাহে লাহে চোতাল ভৰি পৰিল। কেইজনমানে লগ লাগি এখন চাঙী সাজি তাতে শটো বান্ধিলে। ডিম্ব বাপু আহি কিবা-কিবি কৰিলেও। শেষত বুঢ়া ভকতক খৰি দিবলৈ লৈ যোৱা হ'ল। কেন্দুকলাই আৰু বাপুকণ শ্মশানলৈ গ'ল।

মানুহ পাতলিলত বাছাই দেখিলে নুমলী, মনৰ ল'ৰা শোন্তি, মনৰ ঘৈণীয়েক আৰু মাক সকলোৰেই বিনাইছে।

ৰজতে হঠাতে মাতিলে, "নুমলী।"

নুমলীয়ে চকুপানী মোহাৰি তাৰ ওচৰলৈ আহি ক'লে কি।"

"তুই অধৈর্য্য হ'লে কি হ'ব কচোন। নবৌৰেৰাক ক। বুঢ়ী আৰু লৰা-লুৰিবোৰক চম্ভালহঁত। মই মনক জামিনত আনিব পাৰোঁনেকি তাক খবৰ কৰি আহোঁ।" অলপ ৰৈ ৰজতে নুমলীক ক'লে, "আমি আছোঁ নহয় কান্দিছ কিয়।"

নুমলীক প্রকৃতিস্থ কৰি ৰজত ওলাই আহিল। পিছে পিছে বাছা। কিছু দূৰ নীৰৱে অহাৰ পিছত ৰজতে ক'লে, "মানুহ ঘৰ গ'ল।"

বাছাই ক'লে, "মনো শেহত গৰু চোৰ হ'লগৈ।"

"অভাৱে স্বভাৱ নষ্ট কৰে বাছা।"

"তথাপি সৎ পথ ধৰা বেয়া।" বাছাই ক'লে। "চুৰ কৰা পাপ।"

"জানো। ময়ো জানো। বেচেৰা মনেও জানে। পেটত যেতিয়া জুই জ্বলে তেতিয়া মানুহৰ পৰ্‌কিতি নাথাকে। আজিকালি আইনে এই কথা নুবুজে। আইনে যদি ধৰ্ম ৰাখিব খোজে, তেন্তে মানুহৰ ভাতমুঠিৰো যোগাৰ কৰিব লাগে।"

"ভগৱানৰ আইন নে মানুহৰ আইন ৰজত কাই?"

"মানুহৰ! মানুহৰ আইন গেলা। ভগৱানৰ আইনে মোক দুবাহুত বল দিছে, কিন্তু মানুহৰ আইনে তাক লগাবলৈ নিদিয়ে।"

মানুহৰ আইনৰ কথা বাছাই নাজানে। মানুহৰ আইনত ভুল থকা সম্ভৱ। মানুহৰ আইন মতে মাটি পট্টাদাৰৰ, কিন্তু ভগৱানৰ মতে আই বসুমতীৰ। আই বসুমতীয়ে সকলোকে কৰি খাবলৈ মাটি দিছে। কিন্তু মানুহৰ আইনে পট্টাদাৰকহে মাটি দিয়ে।

হঠাতে ৰজতে ক'লে, "ভাগৱত-গীতাত কৈছে, যি দেৱতাসকলৰ দান কেৱল নিজৰ স্বাৰ্থৰ নিমিত্তে গ্ৰহণ কৰে সি চোৰ। মাটিৰ মহাজনবোৰ চোৰ।"

বাছাই ৰজতৰ মুখত গীতাৰ কথা শুনি তবধ মানিলে।

ৰজতে আকৌ ক'লে, "ফচলৰপৰা যি খেতিয়কবোৰক বঞ্চিত কৰে, সি বহুত মানুহৰ বধৰ ভাগী হয়? আধি খোৱা মানুহবোৰে আজিকালি মাটিৰ ফচলৰ চাৰি ভাগ পাব লাগে। কিন্তু দিছে কেইটাই? আমাৰ কথাকে চোৱা—খাজনা দিব নোৱাৰা বাবে আমাৰ তিৰোতা মানুহৰ অলঙ্কাৰবোৰ গ'ল, তথাপিও চৰকাৰৰ খক পূৰণ নহ'ল। নীলামত মাটি পালে ইন্দ্ৰেশ্বৰ মহাজনে। সি কোনোদিনে আমাৰ মাটি দেখি পোৱা নাই। এই মাটি আমি খেতিয়কবোৰে গাৰ তেজ দি পালিছোঁ। কিন্তু তোমালোক মালিকবোৰে ধান কম ওলালেই আমাক গালিত কুকুৰ পিঠা কৰা। মাটি পাব লাগে আমিবোৰে যি গাৰ তেজ পানী কৰি ৰোওঁ। কিন্তু মানুহৰ আইনে নিদিয়ে।"

কথাৰ কোবত ৰজতে আৰু কিবা-কিবি বকিলেহেঁতেন, কিন্তু জানটো পাৰ হৈ বাছাইঁতৰ ঘৰৰ কাষত ভৰি দিয়াৰ লগে লগে তাৰ মনটো হঠাতে অনুশোচনাৰে ভৰি গ'ল, "অৱশ্যে তোমালোকে ইন্দ্ৰেশ্বৰৰ দৰে খকুৱা নহয়। তোমালোকৰ দয়া-মায়াও আছে। কিন্তু ইন্দ্ৰেশ্বৰ এটা দৈত্য। মই কেতিয়াবা দুঃশাসনৰ দৰে তাৰ ৰক্তপান কৰিম।"

বাছাই তাৰ কথা শুনি ভয় খালে। ৰজতে এইবোৰ কি ওভোতা কথা কয়? সি একো নামাতি ৰজতৰ পাছে পাছে আহিল। হঠাতে ৰজত ৰ'ল, তাৰ পিছত কি ভাবি বাছালৈ চাই ক'লে, "বাছা!"

"কি?"

তোমালোক পঢ়া-শুনা কৰা ল'ৰা। আমি অলগৰ্ধ। তোমালোকে আমাক বেয়া নাপাবা। কেতিয়াবা এনেকুৱা একোটা জমক উঠে তেতিয়া গুৰু গোঁসাই কাকো নামানি গোটেইখন ওলট-পালট কৰিবৰ মন যায়।"

বাছাই ক'লে, "খং নামে চণ্ডাল। ধীৰে-সুস্থিৰে কিবা এটা কৰা।"

ঘৰৰ ওচৰ পাই বাছাই ক'লে, "মই যাওঁ ৰজতকাই।"

বাছা পদূলিত ভৰি দিওঁতেই দেখিলে মাকে কঁঠাল-তলৰপৰা ৰজতক মাতিছে। "তয়ো যাবি নেকি হাটলৈ ৰজত?"

"ওহোঁ। মনক পুলিচে নিলে। তাক আনোগৈ। জিলালৈহে যাম।"

"পুলিচে নিলে?"

"অঁ।"

"এইপিনে আহচোন।" মাকে তাক মাতিলে।

ৰজত আহি বাছাহঁতৰ চোতালত ৰ'লহি।

"চাহ খাবি নেকি?"

ৰজতৰ পিয়াহ লাগিছিল, ক'লে, "বাৰু দিয়ক আই। পুৱাও খাবলৈ নাপালোঁ। বুঢ়া ভকত গলেই।"

"গ'ল?" খবৰটো মাকৰ মূৰত বজ্ৰপাত পৰাদি পৰিল।

ৰজতে বহি বহি গোটেই দুৰ্ঘটনাটো এফালৰপৰা বৰ্ণাই গ'ল।

মাকে একো মন্তব্য নিদি নিৰৱে শুনিলে আৰু তাৰ পিছত চাহ কৰিবলৈ ভিতৰলৈ সোমাই গ'ল।

বাছাই ক'লে, "আয়ে বৰ দুখ পাইছে।"

ৰজতে বাছাক ক'লে, "পাবতো। তোমাৰ মাৰৰ অন্তৰখন বৰ কোমল।"

বাছাই সুধিলে, "আমাকে আৰু ইন্দ্ৰেশ্বৰকে তুমি একে বুলি ভাবা নেকি? আমি দুখীয়া মানুহ। অথনি আঙঠি বন্ধক দিহে মহত দোকানীৰপৰা আমি ধান লৈছোঁ।"

ৰজতে বাছাৰ কথা শুনি কিবা এটা দকৈ ভাবিলে, তাৰ পিছত ক'লে, "তোমালোকৰ লগত হওঁতে ইন্দ্ৰেশ্বৰৰ বহুত প্ৰভেদ। সি দৈত্য, তোমাৰ আই লক্ষ্মী।"

মাকে চাহ দি অতাই ক'লে, "যাওঁতে খবৰটো দি যাবি। তাৰ কথা জানিবলৈ মনটো উচপিচাই থাকিব।"

"বাৰু আই। মাকক মাত এষাৰ দি আহিবগৈ।"

"মই যাম।"

বাছাক লগত লৈ আবেলি মাকে এবাৰ মনৰ মাকক মাত লগাই থৈ আহিলগৈ। কিন্তু মনটো খুব উৰুঙা লাগি আছিল। সেইদিনা গধূলি তেওঁ গোঁসাই-ঘৰত আনকালতকৈ বেছি সময় কটালে। গধূলি সবিশেষ জনাই বৰমইনালৈও এখন চিঠি দিয়ালে বাছাৰ হতুৱাই।

## ॥ সাত ॥

কাতিৰপৰা চ'তলৈ মাজৰ কালছোৱাত মনহঁতৰ ঘৰখন উচন হ'ল। মনৰ তিনি বছৰ ফাটেক হ'ল। ৰজতে বন্দৱস্ত কৰা উকীলৰ ফিজ দিব নোৱাৰাৰ দায়ত কেন্দুকলাই উকীলৰ ঘৰত বিনা দৰমহাই তিনি বছৰলৈ চাকৰ খাটিবলগীয়া হ'ল। মনৰ বাকী ভায়েক দুটাৰ যিটোৱে মিলিটেৰীত সোমাই এতিয়া শ্বিলঙত সৈন্য বাহিনীত কাম কৰিছেগৈ, সি ঘৰৰ খবৰেই নকৰে। ঘৰত যিটো ভায়েক থাকে তাৰ নাম বাপুকণ। ঘৰখনত বিধৱা মাক, মনৰ ঘৈণীয়েক আৰু বেমাৰী ল'ৰা শোন্তি, তাৰ নিজৰ পৰিয়ালৰ ঘৈণীয়েক আৰু ছোৱালী এজনী, আটাইবোৰক পোহপাল দিব লগা হোৱাত চোন্তি বাপুকণৰ জীৱন তিতা লাগি গ'ল। গৰু নোহোৱা বাবে খেতিও কৰিব নোৱাৰাত পৰিল। মনৰ দৰে সি কাম কৰিব নোৱাৰে, তাৰ কাম চেলেংপেটেং। কাজেই কৰ্তব্যৰপৰা পলাই সাৰিবৰ বাবে সি গাঁৱৰ ভঙুৱা দলৰ লগত ভাঙ খাবলৈ ধৰিলে। কেতিয়াবা মোহনী ভাঙৰ চিলিম টানোতে টানোতে সি ৰাতিকো দিন কৰে আৰু ঘৰত মানুহে কেনেকৈ খাইছে-বইছে তাৰ খবৰ নলয়। ৰজতে তাক কেইবাদিনো ভঙুৱাৰ মেলৰপৰা তুলি আনি পুৱাবেলা কান্ধত নাঙল দি পথাৰলৈ পঠাইছে। কিন্তু তথাচ তাৰ খেতি-বাতি কৰাত ধাউতি নাই। এনে অৱস্থাত বাছাৰ মাকে বৰমইনাক খবৰ দিবলৈ বাধ্য হ'ল মাটিৰ এটা নতুন বন্দৱস্ত কৰিবৰ অৰ্থে। বৰমইনাই উত্তৰ দিলে বহাগৰ বিহুতে সি যাব আৰু তেতিয়াই খেতিৰ নতুন বন্দৱস্ত কৰিব।

বৰমইনাৰ চিঠি পোৱাৰ পিছত এদিন বাছাৰ মাকে বাপুকণক মতাই আনি সকলো কথা ভাঙিপাতি ক'লে। বাপুকণে কথাষাৰ শুনি ক'লে, গোটেই ঘৰখনৰ বধ লাগে আই, এনে কাম নকৰিবি।"

মাকে ক'লে, "তোৰ ওপৰত নিৰ্ভৰ কৰি মই মাটি দিব নোৱাৰোঁ। খেতি কৰিবলৈ তোৰ মন নাই।"

বাপুকণে অনেক অনুনয়-বিনয় কৰোতে বাছাৰ মাকৰ মন নুকুমলিল। বাপুকণৰ মন অন্ধকাৰে ঢাকি পেলালে। সি একো নকৈ আনকি মাকে যতনাই আনি দিয়া ধপাত চিলিমো গ্ৰহণ নকৰি উঠি গুছি গ'ল।

গধূলি বেলিকালৈ ৰজতৰ সৈতে মনৰ মাক ওলালহি। বাছাৰ মাকে আদৰ-সাদৰকৈ বহিবলৈ দি ইটো-সিটো সুধি শেহত নিজেই ক'লে, "বাৰু তুমিয়েই কোৱাচোন বাপুকণক মই কিবা অন্যায় কথা কৈছো নেকি ? খেতি নকৰিলে বাৰু মই মাটি তাক কিয় দিম ?"

উত্তৰ দিবলৈ গৈ মনৰ মাকে বাৰুকৈয়ে এসোঁতা কান্দিলে। ঘৰখন উচন হোৱাৰ কথা বৰ্ণাই মনকে বাপুকণকে শাও দিলে। বাছাৰ মাকৰ মন সহানুভূতিত তিতি গ'ল।

ছেগ বুজি ৰজতে ক'লে, "বাপুকণৰ ভাৰ মই গাত লৈছোঁ। ময়ো লাগিলে হাল বাই দিম। আপোনালোকে পুৰণি মানুহ নেৰিব।"

ৰজতৰ কথাষাৰ বাছাৰ মাকৰ মনত লাগিল। তথাপি তেওঁ ক'লে, "তুমি, জানো বাপুকণক চম্ভালিব পাৰিবা ?"

"পাৰিম।"

বাছা ওচৰতে থিয় হৈ আছিল, সি ক'লে, "গৰু নহ'লে কি খেতি হ'ব ?"

"গৰু হ'ব। আমাৰ ঘৰৰে এটা আনি এইবাৰলৈ তাক দিম আৰু এটা যোগাৰ কৰিব লাগিব।"

বন্দৱস্ত সেই মতেই পকাপকি হ'ল। বাছাই সুধিলে, "তোমালোকৰ মাটি কি হ'ল ?"

"নীলামত ইন্দ্ৰেশ্বৰে ললে।"

"তেনে তোমালোকৰ খেতি গ'ল আৰু।" ৰজতে ক'লে।

"নাযায়হে। অমুকাই সহজে এৰি নিদিও।" বাছাই ক'লে।

"মাটি গলে কেনেকৈ ৰাখিবি অ' ৰজত ?" বাছাৰ মাকে ক'লে।

"বাহুবলেৰে" বুলি নভাবা-নিচিন্তাকৈ ৰজতে কৈ পেলালে।

চাহ-ধপাতৰ পূৰ্ণ সেৱাৰ পিছত ৰজতহঁত যাবলৈ ওলালে। বাছাৰ

মাকে ক'লে, "মনৰ মাক, ৰিহুত বৰমইনা আহিব। বাপুকণকে ৰজতকে পঠিয়াই দিবা।"

"বাৰু আই।" বুলি মনৰ মাকে শলাগি উঠি গ'ল।

বাছাই নিয়মিতভাৱে মূৰুলীৰ চিঠি পায় আৰু মূৰুলীয়েও নিয়মিতভাৱে উত্তৰ দিয়ে। চিঠি আধুনিক বস্তু, কাজেই মাকে তাত সিমান ৰস নাপাইছিল। কিন্তু চিঠি আহিলে বাছাই যেতিয়া মাতি শুনায় তেতিয়া মন দি শুনে আৰু কোনো মন্তব্য নকৰাকৈ পুতেকক উত্তৰ দিবলৈ উৎসাহ দিয়ে।

বয়সৰ লগে লগে বাছাৰ চেতনাৰ ক্ষেত্ৰ বহল হৈ আহিছে। মূৰুলীৰ লগত হোৱা পত্ৰালাপৰপৰা সি যথেষ্ট লাভবান হৈছে, কিন্তু তাৰ মূল প্ৰশ্নৰ সমাধান পোৱা নাই। মানুহে কিয় খাবলৈ নাপায়, কিয় চুৰ কৰে, কিয় অভাৱে স্বভাৱ নষ্ট কৰে? মানুহ প্ৰহলাদ নহৈ কিয় ভীমসেন হ'ব খোজে। মূৰুলীয়ে লিখিছে মানুহ যি আছে তাতে সন্তুষ্ট থাকিবলৈ ভাল পায় – অৰ্থাৎ প্ৰহলাদৰ দৰে ধৰ্মত অচলা মতি লৈ চলাবলৈ টান পায়। অভাৱ হ'লে সহজে কাম চুৰ কৰা। সেই কাৰণে চুৰ কৰে মানুহে। পাপ হ'লেও তাক কৰে মানুহে, কাৰণ সি সহজ। ভীমসেন যেনেকৈ দুখীয়াৰ হকে যুঁজিছিল তেনেকৈ যুঁজিবলৈ শক্তি লাগে, সেই বাহুবল কেইটাৰ আছে?

মূৰুলীৰ যুক্তিবোৰ ভাল। কিন্তু সেয়া যেন তাৰপ্ৰশ্নৰ সম্পূৰ্ণ উত্তৰ নহয়। ভগৱানৰ আইনমতে এদিন সত্যই ম্লেছক কাটি মাৰি বুন্দমাৰ কৰিবই। কিন্তু সত্য কোন আৰু ম্লেছ কোন? ইন্দ্ৰেশ্বৰ সত্য নে ৰজত সত্য? ইন্দ্ৰেশ্বৰ ম্লেছ নে ৰজত ম্লেছ? মন ম্লেছ নে সিহঁত ম্লেছ? কোনে ক'ব।

মূৰুলীয়ে মাজে মাজে লিখে ভাগ্যই সকলো। কিন্তু ভাগ্য নো কি? ভগৱানৰ যাৰে ভাগ্যত যি খুচি তাকে লিখে। নহ'লে যোগেন পগলাফাটেকত, মন বগা-ঘৰত আৰু ৰজত মাটিহীন হ'ব কিয়? সিহঁতৰ দশা এনে কৰিলে কিয়? কেন্দুকুসায়েই বা কিয় চাকৰ হ'ব লগা হ'ল।

সত্যযুগ আহিলে সকলো ঠিক হৈ যাব বুলি গাঁৱলীয়া মানুহে বিশ্বাস কৰে। কিন্তু সেই যুগ এমাহৰ পিছতে আহিব নে নাই হাজাৰ বছৰৰ পিছত আহিব তাক কোনেও ক'ব নোৱাৰে। স্কুলৰ পাঠ্যপুথিবোৰতো তাৰ কোনো উত্তৰ নাই। সুখৰ দিন কেতিয়া আহিব?

বাছাৰ ভাৱ আজিকালি চৌদিশে বয়। মাকে শোৱাৰ আগতে

কেতিয়াবা কিবা পঢ়িবলৈ দিলেই পঢ়াৰ লগে লগে তাৰ মনত আপোনা-আপুনি নিজৰ নানান প্ৰশ্ন উদয় হয়। কেতিয়াবা কিছুমান প্ৰশ্নৰ বিশেষ একো মূল্য নাথাকে। এদিন মাকক সুধিছিল, যেনেকৈ সাবিত্ৰীয়ে সত্যবানক জীয়ালে তেনেকৈ তই দেউতাক কিয় নিজীয়ালি ? মাকে যদি কয়, "মই সাবিত্ৰীৰ জোৰৰ কেনেকৈ হম", সি ওভোতা উত্তৰ দিয়ে—"তইনো সাবিত্ৰীতকৈ কি কম?" মাকে তেতিয়া তাক খং কৰে আৰু কয়, "নাপায় তেনেকৈ ক'ব।" বাছা মনে মনে নাথাকে, কাৰণ তাৰ মনটোত আজিকালি ওভোতা প্ৰশ্নই বেছি উদয় হয়।

মাকে প্ৰথমতে তাৰ এই প্ৰশ্ন কৰা প্ৰবৃত্তিক সুশিক্ষাৰ লক্ষণ বুলি ভাবিছিল। কিন্তু যেতিয়া দেখিলে যে সি আজিকালি ভাবি ভাবি পঢ়া-শুনা আৰু কাম-বনতো মন নিদিয়া হৈছে, তেতিয়া তেওঁৰ চিন্তা হ'ল আৰু আগতকৈ কঠোৰ নিয়মেৰে শাসন কৰিবলৈ মন কৰিলে। তেওঁ বাছাক বৰকৈ গাঁও ফুৰিবলৈ নিদিয়া হ'ল। গধূলি পঢ়া-শুনা নকৰিলে যথেষ্ট তিৰস্কাৰ কৰে। মাকৰ একান্ত বাধ্য বাবে বাছাই সাধাৰণতে মাকৰ ইচ্ছাৰ বিৰুদ্ধে নাযায়, কিন্তু গোহালিৰ গৰুৰ দৰে সি থাকিবলৈ ইচ্ছা নকৰে।

চ'তৰ লগে লগে মহৰ শিঙৰ পেপাৰ ধ্বনিয়ে তাক ক'ৰবালৈ যাবলৈ আহ্বান জনালে, চুবুৰীৰ ঘৰে ঘৰে যেতিয়া অবিৰাম ঢেঁকি দিয়াৰ শব্দ শুনিবলৈ লাগিল, গছ-বননিত দেখা দিয়া সেউজীয়া পাতৰ আঁৰত যেতিয়া কুলি চৰাইৰ ভুৱনমোহিনী সুৰ শুনিলে আৰু দিহা নৈৰ দুয়ো পাৰ যেতিয়া হঠাতে এদিন পানীৰে বুৰ গৈ ওফন্দি পৰা দেখিলে, তেতিয়া তাৰ মনে এই কঠোৰ নিয়মৰ সজাৰপৰা ওলাই দূৰলৈ উৰা মাৰিব খুজিলে। তেতিয়াৰপৰা সি এঠাইলৈ গ'লে আৱশ্যকতকৈ এনেয়ে বেলি কৰে, গালি খালে মাকক বহুত সময় নমতাকৈ থাকে আৰু ছুটীৰ দিনবোৰ প্ৰায়ে ঘৰত নাথাকে।

মাক বিমোৰত পৰিল ; কিন্তু শাসনৰ বাঘজৰী ঢিলাই নিদিলে। তেওঁ বুজিলে যে চৌধ্য-পোন্ধৰ মান বছৰত ল'ৰাবোৰ চঞ্চল আৰু দিক্‌বিদিক শূন্য হয়। এই সময়ত যদি শাসনত ত্ৰুটি ঘটে, তেন্তে ল'ৰ বিপথে যাব পাৰে। কিন্তু বিহুৰ সময়ত শাসকমন্ত্ৰী নিজেই চঞ্চলা হৈ উঠিল, গোটেই গাঁওখনৰ লগতে খন্তেকৰ বাবে নিজৰ অশান্তি-উদ্বে পাহৰি প্ৰকৃতিৰ উৎসৱৰ লগত নিজৰ উৎসৱ মিহলাই দিবলৈ তেওঁ হ কৰিলে। তেওঁৰ কঠোৰ সংযত নিয়মৰ বান্ধোন হঠাতে খোলে খ

আই/

গ'ল আৰু এক নতুন উৎসাহত উৰুলীকৃত হৈ চিৰা-সান্দহ খুন্দিবলৈ আৰু গাখীৰৰ যা-যোগাৰ কৰিবলৈ ধৰিলে।

এই শাসন-মুক্তিৰ স্বাধীনতা পূৰ্ণৰূপে গ্ৰহণ কৰি বাছাই নকৈ পকা বগৰি আৰু কলিওৱা মিঠা আম বিচাৰি এদিন মনহঁতৰ পিছফালে থকা নিজান হাবিখনত সোমালগৈ। প্ৰথমে সি বগৰি গছজোপাত উঠি পকি থকা বগৰি পাৰি জেপত ভৰালে। তাৰ পিছত কোনেও গম নোপোৱাকৈ হাতত সাৰে ভৰিত সাৰে ওখ মিঠা আমজোপাত উঠিলগৈ।

আম পৰাৰ আগতে সি এবাৰ কেউফালৰ দৃশ্যবোৰলৈ চালে। দিহা নৈখন পকা মৰাপাট এনেচাৰ দৰে পৰি আছিল। লুইতৰ ফালে পথাৰবোৰ বানপানীত বগা হৈ পৰিছিল। বানৰ দিন আহিছে। ওচৰৰে এজোপা গছত কুলি এটাই কুউ কুউ বুলি চেঙেলীয়া আৰু ডেকা অন্তৰৰ অবুজ হেপাহবোৰ শোৱাৰপৰা জগাই তুলিছিল। পাতল মলয়াত বাঁহৰ আগৰ পাতবোৰ কঁপিছিল। হঠাতে তাৰ চকু পৰিল মনহঁতৰ পিছ-ফালৰ কঠীয়ানিডৰালৈ। কঠীয়ানি ভৰা ইমান ওচৰতে যে সি তাৰপৰা সকলো দেখা পাইছিল। তাতে মন কৰিলে কোনোবা এটাই কোনোবা এজনীৰ খোপাত কপৌ ফুল পিন্ধাই দি লাহেকৈ এটা চুমা খাইছে। তাৰ সৰ্বশৰীৰ ৰোমাঞ্চিত হ'ল। খন্তেকতে তাৰ দেহৰ শিৰাই-উপশিৰাইদি এছাটি তেজ গৰম হৈ বৈ গ'ল।

ভালকৈ চাই সি মন কৰিলে মতা মানুহটো ৰজত আৰু ছোৱালী-জনী নুমলী। মনৰ ভনীয়েক নুমলী। পিছফালে কোনেও নেদেখা কঠীয়ানিডৰাত ইহঁতে পীৰিতিৰ লীলা চলাইছে। পীৰিতি শব্দটো উচ্চাৰণ কৰাৰ লগে লগে বাছৰ গা ঝাঁই-জাঁই কৰিবলৈ লাগিলে, আৰু কিয় জানো, লাজো পালে। সি আম পাৰিবলৈ পাহৰি সেই দৃশ্যকে আপোন মনে চাবলৈ ধৰিলে। চুমাটো খাই ৰজতে খন্তেক পৰ নুমলীক কিবাকিবি ক'লে। নুমলীয়ে ঠাইতে তাৰ ভৰি চুই সেৱা কৰিলে। তাৰ পিছত লাহে লাহে ৰজতৰ বাহুপাশত লুকাই নুমলী নেদেখা হ'ল। কিছুপৰ তেনেকৈ থকাৰ পিছত নুমলীয়ে বাহু-পাখৰপৰা মোকোলা খাই ওচৰৰে হাবিডৰাত সোমাই সাউত কৰে নেদেখা হ'ল। ৰজতে ওচৰতে বান্ধি থোৱা গৰু হাল-ক মোকোলাই আনি কঠীয়াতলিত হাল বাবলৈ ধৰিল।

ৰজত যে ইমান দুষ্ট এই কথা বাছাই আগতে নাজানিছিল। কিন্তু দুষ্ট নহয় কোন? এই দুষ্টালি সকলোৰে আছে। বাছাৰ মন কিবা কিবি লাগিল। তাৰ আম পৰা নহ'ল। এবাৰ সাউত কৰে নামি সি ঘৰলৈ খোজ ললে।

ঘৰত মাকে তাক নকৈ খুন্দা চিৰাৰ এটা জলপান দিলে আৰু সুধিলে, "পুৰানো গৈছিলি ক'লৈ?"

বাছাই লাজতে একো মাতিব নোৱাৰিলে। সি যি দৃশ্য দেখি আহিছে তাক মাকৰ আগত বৰ্ণোৱা অসম্ভৱ। মাকে তাৰ লাজত ৰঙা পৰা মুখখনলৈ চাই তাৰ ভাবান্তৰৰ কাৰণ বুজিবলৈ চেষ্টা কৰিলে। মাকৰ মনে বহুত কথা বুজি পায়। কিন্তু তেওঁ বাছাৰ মুখৰ বৰণ পৰিৱৰ্তন হোৱাৰ কাৰণ কি একো ধৰিব নোৱাৰিলে। তথাপি বহুতো কথাকে মনে মনে অনুমান কৰি চাই ক'লে, "বাছা, এইটো মানুহৰ বেয়া বয়স, চাবি যাতে ক'তো পিছলি নপৰ।"

'পিছলি নপৰ' এই কথাৰ অৰ্থ কি? মাকে তেন্তে গম পালে নেকি যে সি আজি আম গছৰ ওপৰত উঠি সেই নিলাজ দৃশ্য দেখি আহিছে। সি একো নামাতিলে। মাকে আকৌ ক'লে, "বৰমইনা কাইলৈ পাবহি, গাখীৰখিনি আনগৈ যা।"

বাছাই ভালকে পালে। খাই উঠি ওৰে বাট সুহুৰিয়াই সুহুৰিয়াই সি ৰজতহঁতৰ চুক পালেগৈ।

ৰজতৰ মোমায়েকৰ তাত সিহঁতে গাখীৰ লগাইছিল। তালৈ গৈ গম পালে যে ৰজত আৰু নুমলীৰ কথা লৈ সিহঁতৰ চুকত এক হৈ-চৈ কাণ্ড। কলিতাৰ ঘৰৰ ল'ৰা সুতৰ ঘৰত চাপিছেগৈ। খেতি-খোলাতো কৰি দিছেই, তাতেই সি দিনটো নুমলীৰ লগত মেল মাৰি থাকেগৈ। গোটেইখন হুলস্থূল। ৰজতহঁতৰ কলিতাখেল গৰ্জি আছে, ৰজতৰ ওপৰত সিহঁতে বোলে বহুৱাই বিহু গ'লে মেল।

বাছাই খবৰ কৰি গম পালে যে ৰজতৰ মোমায়েক গাখীৰ আনিবলৈ চাপৰিলৈ গধূলিলৈহে গাখীৰ পাব। বাছাৰ হঠাতে ন পানী চাবলৈ ইচ্ছা গ'ল। "ময়ো যাম নে ককাইটি!" ৰজতৰ মোমায়েকৰ ওচৰলৈ গৈ সি সুধিলে।

"মাৰে খং কৰে বা।"

বাছাই ক'লে, "কৰিলে কৰিব। মই যামেই।"

"ব'লা বাৰু। ৰজতো যাব।"

মোমায়েকৰ হাতত এডাল বিৰিয়া, কিছুমান টঙাল আৰু হাচটিত টকাই, তামোল-পাণে মিহলি কৰি ওলাই আহি ঘাট পালেহি। লগে লগে বাছা। ঘাটত দেখিলে ৰজত আগতে নাও লৈ যাবলৈ সাজু।

ৰজতলৈ সি আজি নতুন কৌতূহলেৰে চালে। অলপ আগতে কঠীয়াতলীত ঘটা ঘটনাৰ চিন ক'তো নাই তাৰ মুখত।

"তুমি দেখোন ইয়াত!" ৰজতে বাছাৰ গাত হাত দি ক'লে।

"ময়ো যাম ৰজতকা'ই।"

"বলা। সদায় কিমান পঢ়িবা! মাজে মাজে ফুৰিব লাগে।" ৰজতে হাঁহি ক'লে।

ৰজতৰ কথাষাৰত কোনো বিশেষ অৰ্থ নাছিল, কিন্তু এই সদুপদেশ সি নিৰ্বিবাদে গ্ৰহণ কৰিলে। নুমলীৰ স্পৰ্শ লভা ৰজতৰ দেহাটোলৈ সি এক অদ্ভুত হেঁপাহেৰে চাইছিল।

প্ৰায় দুখনমান তামোল খোৱাৰ পৰ দিহা নৈয়েদি নাওখন ভটীয়াই গ'ল। তাৰ পিছত অপাৰ জলসমুদ্ৰৰ মাজত এজোপা কোটকোৰা গছ চিহ্নিত কৰি ৰজতে হঠাতে বাছাক ক'লে, "বাছা তোমালোকৰ মাটি এই টীপটোৰপৰা সউ কোটকোৰা জোপালৈকে।" বাছাই নিজৰ মাটি ভেতিয়ালৈকে গৰকা নাই। এতিয়া পথাৰত বানপানী চপ্‌চপীয়া হৈ আছে! ভুঁইকঁপ হোৱা বছৰত কাকজান নৈৰ মুখখন উঠি যোৱাত নৈখনৰ পানী আহি দিহাত লগ লাগিলেহি। সেই কাৰণে আজিকালি দিহাৰ মুখখন বহাগমহীয়া সাগৰ হয়। বাছাহঁতৰ মাটিৰ সিফালে থকা মাটিবোৰত আজিকালি খেতি নহয়।

বাছাই নিজৰ মাটিবোৰলৈ চালে। পানী কল্‌কলাই ওপৰেদি বৈ গৈছে। পথাৰৰ আলিবোৰ মাজে মাজে ভাগিছে। ক'তো হাল বোৱাৰ চিনচাব নাই।

"ৰজতকাই এইবাৰ হলা জোৰা নাই নেকি?"

"হালৰ কথা নক'বা। বাপুকণে মুঠেই কামেই নকৰে। মই লাগিবহি লাগিব।"

"দাদা কিন্তু বিহুত আহিব দেই।"

"অঁ, মই যাম।"

লাহে লাহে নাও দলনি পালেহি। এতিয়া তলত কেৱল বগা কোবাল পানী কল্‌কলনি আৰু ওপৰৰ নীলা আকাশতে বগা উজ্জ্বল ৰ'দ। বহুত দূৰৈত লুইতত কোম্পানীৰ জাহাজে গুম্‌গুমাইছে। তাৰ

সিপাৰে দৃষ্টিয়ে চুকি নোপোৱাত মাজুলী—পৃথিৱীৰ বৃহত্তম নদীদ্বীপ। নৈৰ পাৰৰ চাপৰিবোৰ জিলিকিছে। কিছুমান মানুহে চাপৰিৰপৰা গৰু-ম'হ লৈ ঘৰলৈ উভতিছে। মাজে মাজে অ'ত ত'ত দুই এখন বেপাৰীৰ নাও অহা-যোৱা কৰি আছে।

পানীৰ মাজত দেখা পোৱা সৰু সৰু টাপবোৰত দুই এটা ক'ৰবাৰ আশ্ৰয় নোপোৱা গৰু-ম'হ দেখা গৈছে। কেতিয়াবা শিয়াল-বাঘো বোলে একেলগে তেনেকৈ থাকে। বাঘে গৰুৰে একে ঘাটতে পানী খায়। দলনিৰ ওখ দল ঘাঁহবোৰ ব'ঠাৰ কোবত লৰিছিল। ৰ'দ পৰি পানীখিনি চিক্‌মিকাইছিল। অনবৰত খল্ খল্ কল্ কল্‌কৈ অনন্ত পানীৰ সোঁত লুইতৰ বুকুলৈ বৈ যোৱা দৃশ্য চাই বাছাৰ ভাবুক মন হঠাতে আপোন-পাহৰা হ'ল। ব'ঠাৰ চপ্ চপ্ শব্দত কেতিয়াবা দুই এটা সোঁতত উজোৱা মাছে, সাপে বা বেঙে চক খাই জপংকৈ জাপ মাৰি আঁতৰাৰ দৃশ্য দেখি বাছাৰ মনত এক বেলেগ পৃথিৱীৰ আকৰ্ষণ উদয় হ'ল। মাজে মাজে মাছৰোকা, পানীকাউৰী, চিলনি, কুকুৰাবোৰে জোপ লৈ লৈ মাছ মৰাৰ দৃশ্য দেখি বাছাই খুব আনন্দ অনুভৱ কৰিছিল। কিন্তু তাৰ লগে লগে যেতিয়া শাৰী পাতি বগলীবোৰ উৰি যেতিয়া কোনোবা ফালে গুচি গৈছিল বা ওপৰত উৰি উৰি ঘূৰি চিলনীবোৰে স্বৰ্গ চুবলৈ যত্ন কৰিছিল, তেতিয়া তাৰ মনে আনন্দ অনুভৱ কৰাৰ সলনি বগলীচিলনীৰ পিছ লৈ দূৰ-দূৰান্তৰ নীলাকাশলৈ উধাও হৈছিল। সেই মুহূৰ্তত কিয় জানো সিহঁতৰ সৰু গাঁওখনৰ সৈতে তাৰ সকলো সংযোগ বিচ্ছিন্ন হৈছিল; তাৰ মনে তেতিয়া অদৃশ্য, অবোধ্য বিস্তীৰ্ণ অনন্তক চাবৰ বাবে ব্যাকুল হৈ কান্দি ফুৰিছিল। মাজে মাজে এজাক মলয়াই আহি তাৰ গা কঁপাই সেই অনন্তৰে যেন ৰহস্যৰ সঁহাৰি জগাই গৈছিল।

চৈৰ ওপৰত ওপৰলৈ মুকৈ শুই সি আকাশলৈ চাই চাই পৃথিৱী, আকাশ, বতাহ, গছ, চৰাইৰে পূৰ্ণ এই বিনন্দীয়া সৃষ্টিখন বুজিবলৈ প্ৰয়াস কৰিছিল। এইটো এটা যেন সাঁথৰ; তাৰ উত্তৰ সি দিব নোৱাৰে, ৰজতে দিব নোৱাৰে, মুকুলীয়েও দিব নোৱাৰে, মাকেও দিব নোৱাৰে, যদি দিব পাৰে তেন্তে বাবা ভোলানাথেহে দিব পাৰিব। বাবা ভোলানাথৰ আইজনীয়ে তাৰ উত্তৰ দিব পাৰিব।

ব'ঠাৰ চপ্ চপ্ শব্দ আৰু ৰজতৰ মুখত নামৰ জাউৰি। বিহুনাম, বিয়া নাম, দিহা নাম, ঘোষা পদ, ভাৱনাৰ ভীমসেনৰ বচন ম্নিহকে

মনলৈ আহে তাকে সি এফালৰপৰা গাই গৈ আছিল। মনৰ ভিতৰত তাৰ আজি অপাৰ আনন্দ, অপাৰ সন্তোষ—সেই কথা একমাত্ৰ বাছাৰ বাহিৰে আৰু আনে বুজি নাপায়।

গৈ গৈ যেতিয়া চাপৰি পালেগৈ তেতিয়া বেলি লহিয়ালে আৰু ৰ'দৰ আগৰ তেজ নোহোৰা হ'ল। চাপৰিটো অনন্ত সাগৰৰ মাজৰ দ্বীপৰ দৰে তাতে থিয় দি আছিল। কেইজনমান মানুহে তাৰে এদাঁতিত বহি মাছ মাৰিবৰ কাৰবাৰ কৰিছিল। চাপৰিটোৰ সিপাৰে বহুত দূৰৈত সেয়া মিৰি গাঁও। তাৰপিছত অপাৰ বিশাল বাৰিষাৰ বাবা ব্ৰহ্মপুত্ৰ। বাবা! সন্তৰ্পণে বাছাই এটা প্ৰণাম জনালে। ভালেমান উটি অহা কাঠ আহি দ্বীপটোত লাগি ৰৈ আছেহি যেন গৰাকী বিচাৰি সিহঁত হায়ৰাণ। এজাক পক্ষীৰাই লাৰু বান্ধি সিহঁতৰ নাও ৰোৱা ঘাটটিত আশ্ৰয় লৈছেহি, নাৱৰ খলকনিত জোকাৰ খাই দূৰলৈ উটি গ'ল। এটা পাটবেঙ জাপ মাৰি গৈ দূৰৈত পৰিলগৈ।

চাপৰিত নামি সিহঁতে দেখিলে গাখীৰ আনি থোৱা আছিল। কাজেই গৈ পায়েই ৰজত আৰু মোমায়েকে পইচা দি গাখীৰৰ ঘৰবোৰ লেখি ভালকৈ নাৱত ভৰালে। তাৰ পিছত মোমায়েকে কাপোৰ এখনত টোপপোলা বান্ধি নিয়া কোমল চাউল তিয়ালে। কোমল চাউল কোমলে মানে ৰজতে বাছাক লৈ বহাবোৰ চাবলৈ গ'ল। চাপৰিৰ সিটো পাৰে আৰু এটা ঘাট আছিল। সেই ঘাটত মিৰি নাও এখন লগা দেখি ৰজতে চিঞৰি গৈ সুধিলে, "এই গাখীৰ আছে, দিবি।"

"কিমান লাগে অ'।"

"এঘট দিলেই হ'ব।"

অলপ পিছতে এজনী মিৰি গাভৰুৱে এঘট গাখীৰ লৈ আনি ৰজতক দিলেহি। ৰজতে মুখৰ পালকত খুলি গাখীৰ ঘট শলাগি-শুলাগি ললে আৰু গাঠিৰপৰা টকা এটা উলিয়াই দিলে।

"নহ'ব হ'লে দেই।"

"কিমান লাগিব?"

"দুটকা নগদ।"

"ধেৎ।"

"তেন্তে ওভোতাই দে।" তায়ো নিৰ্দয়ভাৱে ক'লে!

ৰজতৰ হাতত আৰু পইচা নাছিল। গাখীৰ ঘট এৰিবৰো মন যোৱা নাই। উপায় নাপাই সি মেহেঙা মেহেঙকৈ বাছালৈ চালে।

জেপত মাকে দিয়া টকা এটা আছিল। তাকে উলিয়াই দি ক'লে, "হোঁ বাইটি এয়া ল।"

গাভৰুজনীয়ে ললে আৰু মৰম লগা ল'ৰাটো দেখি হাতত ধৰি সুধিলে, "তোৰ নাম কি !"

"বাছা।"

গাখীৰ ঘট লৈ ৰজত গুচি গ'ল। হঠাতে মিৰি নাৱৰপৰা কোনোবাই 'ঐ নিতম' গালে। পুৰুষ আৰু নাৰীকণ্ঠৰ যুৰীয়া গীত শুনি বাছা থৰ হ'ল। গাভৰুৱে ক'লে, "ব'ল আমাৰ নাৱত বিহু চাবি।" বাছাৰ কৌতূহল বাঢ়িল, সেই কাৰণে সি বিনা প্ৰতিবাদে গাভৰুৰ পিছ ললে। "মই হ'লে বেছি সময় নাথাকো দেই।"

"যাবি আৰু আহিবি।"

গাভৰুজনীয়ে এটা সৰু ল'ৰা লৈ সেইখিনি পোৱাৰ লগে লগে ডেকা-গাভৰুবোৰে তাক মৰম কৰিবলৈ ধৰিলে আৰু ইটোসিটো সুধি এনেয়ে ব্যতিব্যস্ত কৰি তুলিলে। সিও সিহঁতৰ গাঁও ক'ত, কেনেকৈ থাকে, লেখা-পঢ়া জানে নে নাজানে, ছোৱালীবোৰ এনেকৈ ফুৰিলে মাকহঁতে থং কৰে নে নকৰে ইত্যাদি নানা নিৰ্দোষ প্ৰশ্ন কৰি তাৰ চেঙেলীয়া কৌতূহল পূৰণ কৰি ললে।

তাৰ পিছত পূৰ্ণোদ্যমে আকৌ গীত, চাপৰি আৰু নাচ আৰম্ভ হ'ল। সেইবোৰ চাই বাছা মুগ্ধ হ'ল আৰু কিমাননো সময় গ'ল পাহৰিলেই। শেহত ৰজতৰ চিঞৰৰ কাণত পৰাতহে সি মন কৰিলে বেলি ভালেখিনি হ'ল। সি গাভৰুজনীৰপৰা বিদায় ললে। গাভৰুজনীয়ে ক'লে, "আমাৰ গাঁৱলৈ আহিবি দেই।"

বাছাৰ একো মাতিবলৈ নৌ পাওঁতেই নাৱৰপৰা বাকীবোৰে "আহিবি দেই" "আহিবি দেই" বুলি এনেকৈ ঠাট্টা আৰম্ভ কৰিলে যে বাছাই লাজতে তলমূৰ কৰিব নোৱাৰা হ'ল। গাভৰুজনীক তাৰ বায়েকৰ দৰে লাগিছিল আৰু বহুত পৰলৈ তাইৰ স্মৃতি তাৰ মনত জাগৰিত হৈ আছিল।

নাৱত উঠাৰ পিছত এটা খোলত দৈ, কোমল চাউল আৰু গুৰ অলপ দি ৰজতে বাছাক খাবলৈ ক'লে, আৰু নিজেও এটা গধূৰ ভাব লৈ তাৰ ওচৰতে বহিল। বাছাৰ ভোক লাগিছিল, সেয়ে সি জলপানখিনিততালিকে খাই শেষ কৰি পানীত মুখ ধুলে। তাৰ পিছত ৰজত ওচৰত বহি ক'লে, "মিৰিয়নীবোৰ বৰ মৰমিয়াল, মুকলিমূৰীয়া।"

ৰজতে ক'লে, "আমাৰ দৰে ইহঁতৰ জাত-পাতৰো বিচাৰ নাই বুজিছা।"

বাছাই বুজিলে ৰজতে কিয় এইষাৰ কথা ক'লে। হঠাৎ তাৰ ৰাতিপুৱাৰ দৃশ্যটোৰ কথা মনত পৰিল। মুকলি আকাশ, মুকলি বতাহ, মুকলি মিৰিয়নীৰ সংস্পৰ্শত তাৰ মনৰ লাজ ভাগি গ'ল। সি ৰজতক কাণত ফুচ্‌ফুচাই সুধিলে, "নুমলীক বোলে তুমি বিয়া কৰাবা হয় নে?"

ৰজত ৰঙা-চঙা পৰি গ'ল। সি কোনো উত্তৰ নিদিলে।

বাছাই আকৌ ক'লে, "অথনি তোমাকে-নুমলীকে দেখিলোহে তেওঁ।"

"কত?

বাছাই দেখাৰ আদ্যোপান্ত বৰ্ণনা কৰিলত ৰজতে নিজৰ অসাৱধনতাৰ বাবে নিজকে খুব ধিক্কাৰ দিলে, কিন্তু সি দমি নগ'ল। সি ক'লে, "তুমি কথাটো কাকো নক'বা।"

"নকওঁ।"

"নকবা। আমাৰ কথা দিয়া' দি হৈ গ'ল। আৰু বিয়াও হ'ব।" বুলি ৰজতে মনে মনে ৰ'ল।

"কেনেকৈ?"

"বাহুবলেৰে।" বুলি ৰজত নিৰৱ হ'ল।

নাওখনৰ ইটো মূৰত সোঁতৰ বিৰুদ্ধে ডাঁৰ মাৰি মাৰি ৰজতৰ মোমায়েকে পানী খাই লৈছিল। সেই কাৰণে ইহঁতৰ কথা তাৰ কাণত পৰা নাছিল।

বাছাই ক'লে, "মোমায়েৰহঁতে দিব জানো? কুল এৰিব পাৰিবা জানো?"

ৰজতে হাঁহি ক'লে, "তোৰো মনে গ'লে মোৰো মনে গ'লে কি কৰিব কলিতাৰ কুলে!"

"কি কৰিব কলিতাৰ কুলে?"

মোমায়েকক সহায় কৰিবলৈ ৰজতে নিজে ব'ঠাপাত হাতত লৈ তাৰ টোম যেন বহু দুটাৰে নাওখনৰ ব'ঠা খুব জোৰেৰে মাৰিবলৈ ধৰিলে। প্ৰতি চাবে চাবে পানীয়ে যেন মাতি উঠিল, "কি কৰিব কলিতাৰ কুলে?"

খন্তেক পৰৰ পিছতে বাছাৰ ভাব হ'ল আকাশখনতো সেই প্ৰশ্নটোৰে ৰজনজনাই গৈছে। আবেলিৰ আকাশখনত ধোঁৱাহীন একুৰা ৰঙা জুই জ্বলি উঠিল। সেইকুৰা যেন বাবা ভোলানাথৰ ভাং খোৱা জুই। আকাশ, বতাহ, পৃথিৱী সকলোতে যেন এটা বিদ্ৰোহ হৈছে। সেই

বিদ্ৰোহৰ মাজে মাজে একোটা বিৰাট শব্দ উঠিছে, ভাহিছে। কিহৰ শব্দ তাক বাছাই ধৰিব নোৱাৰিলে। সেই বিৰাট মুকলিত সি নিজকে উটুৱাই দিবলৈ ইচ্ছা কৰিলে। কুলৰ সিপাৰে, পঢ়াৰ সিপাৰে, ঘৰৰ সিপাৰে আৰু গাঁৱৰ সিপাৰে এখন বিৰাট মুকলি পথাৰ আছে। তালৈ যাবৰ বাবে তাৰ মন উত্ৰাৱল হৈ উঠিল।

ৰাতি বাছাক ৰজতৰ মোমায়েকে নি ঘৰত থৈ আহিলগৈ। লগতে দিব লগা গাখীৰখিনিও দিলে।

বাছাক জুহালৰ গুৰিত বহুৱাই মাকে সেইদিনা খুব কান্দিলে। চৰুলৈও জাল নিয়া নাছিল আৰু চাকিতো তেল ভৰাবলৈ পাহৰিলে। বাছাই এবাৰ চৰুৰ ফালে চাই দেখিলে চৰুটোৰ তলত জুই নাই, কিন্তু ওপৰটো পূৰ। সি বুজিলে মাকে দুপৰীয়াও ভাত খোৱা নাই। তাৰ বেয়া লাগিল। ভালেমান পৰলৈকে কোনেও কাৰো লগত কথা নক'লে।

হঠাতে বাছাই ক'লে, "চাপৰি চাবলৈ গলোঁগৈ। তই খং কৰিছ নেকি ?" এই বুলি সি তাৰ যাত্ৰাৰ এনে এক সুন্দৰ আৰু ৰোমাঞ্চকৰ বৰ্ণনা দিবলৈ ধৰিলে যে মাকে তাৰ কথাবোৰ নুশুনিও শুনিব লগা হ'ল। বাছাৰ কথাই বাৰিষাৰ বৰষুণৰ দৰে মাকৰ মনৰপৰা দিনটোৰ অভিমানৰ মলি উটুৱাই লৈ গ'ল।

বৰ্ণনাৰ অন্তত যেতিয়া বাছাই সুধিলে, "আই তোৰ খং উঠিয়েই আছে নেকি ?"—তেতিয়া থাকিব নোৱাৰি তেওঁ তাক বুকুলৈ টানি আনি চেনেহৰ চুমা এটি খাই ক'লে, "নাই বোপাই, দুখুনীৰ আদৰৰ ধন। তোকনো খং কৰিব পাৰো নে ? তই কিন্তু মোক এৰি থৈ এই দৰে গুচি নাযাবি।"

বাছাই কাণত ধৰি ক'লে, "আৰু নাযাওঁ আই।"

## ॥ আঠ ॥

বাছাৰ মন এইবাৰ আকৌ ঘৰৰ বাহিৰলৈ, পঢ়াৰ বাহিৰলৈ চেকুৰ মেলিলে। কল্পনাৰ পাখী লগা ঘোঁৰাত উঠি গ্ৰহ-উপগ্ৰহ-তৰাৰ ৰাজ্যৰ পৰা আৰম্ভ কৰি সাগৰৰ দ তলীলৈকে ঘূৰি ফুৰিবলৈ কি মজাৰ, তাক উপভোগীসকলেহে বুজে। মূকলীৰ লগত পাত্ৰালাপ কৰি সি ভাবৰ ৰাজ্যৰ সোৱাদ ললে, আম গছৰ ডালৰপৰা পীৰিতিৰ দৃশ্য চাই নৰ-

নাৰীৰ যৌন মিলনৰ অবুজ ৰহস্য বুজাবলৈ মন উধাও হ'ল। মিৰি গাভৰু আৰু প্ৰবল বানপানীৰ সংস্পৰ্শলৈ আহি তাৰ মন প্ৰকৃতিৰ বিশাল ৰূপ আৰু গাঁৱৰ বাহিৰ পৰ্বতে-ভৈয়ামে সিঁচৰিত হৈ থকা সেই বিচিত্ৰ জাতিৰ মানুহবোৰৰ প্ৰতি আকৃষ্ট হ'ল। তাৰ পিছত আহিল বিহু।

গৰু বিহুৰ আগ দিনাখন বাছাই বাপুকণহঁতৰপৰা গৰু বন্ধা নপথা কেইডালমান আনিবলৈ গৈছিল। যাওঁতে হাবি এটুকুৰা পাৰ হওঁতেই অলপ আঁতৰত দেখিলে দোলাৰ ন পানীত নুমলীয়ে কাপোৰ ধুইছে। নুমলীক দেখি সি আজি অদ্ভুত কৌতূহলেৰে চালে। নুমলীয়ে তাক দেখা নাছিল। আপোন মনেৰে কাপোৰ ধুই ধুই তাই গাইছিল ঃ

ঘৰতো নৰহে মনে সমনীয়া
পথাৰত নৰহে মন।
কমোৰা তুলাবোৰ যেনেকৈ উৰিছে
তেনেকৈ উৰিবৰ মন।
আজি বোলে উৰুকা কালি বোলে উৰুকা
নাহৰ ফুল ফুলিবৰ বতৰ।
ৰংপুৰ নগৰত ঢোলৰ মাত শুনিলো
গছকত ভাঙিলো যতৰ।

নুমলীৰ গীতত বাছাই আজি এক নতুন অৰ্থ বিচাৰি পালে। সেই গীতৰ লগে লগে হঠাতে বহুত দূৰৈৰপৰা আৰু এটি দীঘলীয়া বিহু নামৰ সুৰ ভাহি আহিল। লগে লগে পেঁপাৰ মাত। হঠাতে সি মন কৰিলে যি জোপা আমত উঠি সি আম খাইছিল, সেইজোপাত উঠি কুলি এটাই "কুউ কুউ" বুলি চিঞৰি এক উন্মাদনাৰ সৃষ্টি কৰিছে। বাছাই বিহু গীত গাবলৈ লাজ কৰে, জানিলেও সি এনেকৈ নুমলীৰ দৰে মুকলি-মূৰীয়াকৈ চিঞৰি বিহু গীত গাব নোৱাৰে। সেই আপোন মনে গোৱা গীতত নুমলীৰ পীৰিতিৰ বিষাদ স্পষ্ট হৈ পৰিছে ঃ

কাউৰীৰ শতুৰু মুগাকৈ চুৰীয়া
পৰিব নিদিয়ে ডালত ;
আমাৰে শতুৰু আইনো বোপাই ঐ
ফুৰিব নিদিয়ে গাঁৱত।

বাছাৰ বেজাৰ লাগিল। গাভৰুৰ দুখৰ প্ৰতি তাৰ সহানুভূতি ফেনে-ফেটোকাৰে বাঢ়ি আহিল। সি নুমলীক দেখা দি তাইক জোকাবলৈ ক'লে ঃ তই কেলেই গীত গাইছ জানোহে তেও।

—"কি জান অ' মৰাটোৰ চৰকা খোৱাটোৰে কি ক'বলৈ আহিছে; হয় নে"—বুলি নুমলীয়ে তাক খেদি গ'ল।

বাছাই ভিৰাই লৰ ধৰিলে। অলপ দূৰ গৈ দেখিলে নুমলীয়ে তাক ভাবুকিহে দিলে, খেদি অহা নাই। সি দূৰৰপৰা তাইক এইবাৰ পুৰা দমে জোকাবলৈ আৰম্ভ কৰিলে।

তোৰো মনে থালে মোৰো মনে থালে
কি কৰিব কলিতাৰ কুলে······

নুমলীয়ে এইবাৰ হে প্ৰমাদ গণিলে। তাই বুজিলে বাছা সহজে ভয় খোৱা ল'ৰা নহয়। সেই কাৰণে তাই হাত বাউল দি তাক ওচৰলৈ মাতিলে আৰু ক'লে—"বাছা তই এইবোৰ কি গাইছ!"

—'ঔ আই, একো গোৱা নাই। খালি ৰজতকাইৰ আগতে কৈছোঁ।'

—"কি কৈছ?"

বাছাই অতি সৰলভাৱে আম গছৰপৰা দেখা দৃশ্য আৰু চাপৰিলৈ নাৱত যাওঁতে ৰজতক কোৱা কথাবোৰ বৰ্ণনা দিবলৈ ধৰিলে। বৰ্ণনা শেষ হ'লত নুমলীৰ গাল দুখন ৰঙা পৰিল আৰু তাই ক'লে, "মোৰ শপত বাছা, মোৰ মূৰকে খাৱ, তই এইবোৰ কথা কাৰো আগত নকবি।"

—"কিয় সকলোৱে জানে দেখোন।"

—"আনে যি কয় কওক। তই নকবি।"

—"বিয়াৰ কি হৈছেগৈ।"

—"বিয়া হ'ব।" কথাষাৰ কৈয়ে নুমলী ৰৈ গ'ল–কি হয়গৈ ক'ব নোৱাৰোঁ।

বাছা আচৰিত হ'ল। ৰজতহঁতৰ চুবুৰীয়ে বিয়া হ'বলৈ নিদিয়ে। এই কেনেকৈ কৈছে ইমান সহজে। ৰজতে নিশ্চয় "বাহু বলেৰে" কিবা কৰিব। কিবা এটা নিশ্চয় ইহঁতে পাঙিছে। কিন্তু কি পাঙিছে কোনে জানে।

—বিয়া হোৱা টান।

নুমলীয়ে কিবা এটা কব খুজি ৰৈ গ'ল। বাছাই মন কৰিলে নুমলীৰ দেহটোত যৌৱনে টল্‌মল্ কৰিছে। তাইৰ মন কাপোৰ বোৱাত নাই। উৰণীয়া চিলনীবোৰৰ দৰে উৰি উৰি ক'ৰবাৰ আকাশত যেন মিলিবগৈ। এনে ভাৱতে তাই ওচৰতে ৰৈ থকা বহুত দূৰৈৰ খণ্ড বাঁহনিডৰালৈ চাই পঠিয়ালে। তাইৰ মন সঁচাকৈয়ে ঘৰৰ কাম বা

পথাৰৰ কামত নাই। দিহা নৈৰ দৰে বৈ গৈ তাই কোনোবা চিনাকি লুইতত মিলিবলৈ বিচাৰিছে।

নুমলী, কি ভাবিছ ?

নুমলীয়ে এইবাৰ লাজ পালে। তাই এটা হুমুনিয়াহ পেলাই ক'লে, "মনটো বৰ বেয়া লাগিছে।"

বাছাই একো উত্তৰ নিদি ক'লে, "বেয়া লাগিবই।"

চুটি আৰু সহানুভূতিশীল উত্তৰটোৱে নুমলীৰ অন্তৰ ভেদি গ'ল।

হঠাতে এচাটি ঘন ডাৱৰে আকাশ চাটি ধৰিলে। নুমলীয়ে ক'লে, "বৰষুণ আহিব। যাওঁ সোনকালে কাগোৰ কেইটা আওডালি লওঁগৈ।"

এজাক ফেৰফেৰিয়া বতাহে গছ-গছনিবোৰৰ পাত কঁপাই তুলিলে। বতাহজাকে দুয়োটাৰ গাত শিহৰণ তুলিলে। বাছাই দেখিলে নুমলীৰ চাদৰৰ ফাঁকে ফাঁকে ওলাই পৰা মিহি তেতেলী-পিলিঙা চালনিখনৰ নোমৰ শুৰিবোৰ সংকুচিত হৈ গৈছে। তাইৰ তেল নঘঁহা চুলিবোৰৰ কেইডালমান বতাহত উৰো উৰোকৈ আছে। নুমলীয়ে ক'লে, "বাছা তই যাবি ক'লৈ ?

বাছাই তাৰ অহাৰ উদ্দেশ্য ক'লত তাই হুমুনিয়াহ ছাৰি উত্তৰ দিলে, "সি জৰী বটাই নাই। আজিহে যদি ক'ৰে।"

বাছাই ক'লে, "বাৰু মই আহোচোন।" বুলি নুমলীক এৰি এক অভূতপূৰ্ব মনৰ উৎসাহত সি মনহঁতৰ ঘৰৰ ফালে লৰ মাৰিলে।

মনহঁতৰ চোতালত ভৰি দিয়ে সি শুনিলে ভিতৰত এক দুৰ্বাদল কাজিয়া চলিছে। মনহঁতৰ ঘৰলৈ আহি সি কিবা এটা নহয় কিবা এটা গণ্ডগোল শুনিবই। তাৰ খং উঠিল আৰু নুমলীক লগ পাই অহা সকলো উৎসাহ নিমিষতে মৰহি পৰিল। সি উভতিব খুজিলে। কিন্তু দেখিলে ইতিমধ্যে বৰষুণ আহিলেই। অগত্যা বাধ্য হৈ সি মনহঁতৰ চ'ৰা ঘৰত সোমাই পৰিলে। যি দেখিলে তাক দেখি সি মৰাপাটৰ পঘাৰ কথা উলিয়াবলৈকে পাহৰিলে।

ৰজতৰ মোমায়েকে বাপুকণৰ মুখৰ ওচৰত আঙুলি টোৱাঁই টোৱাঁই কৈছিল ঃ আমাৰ ল'ৰাক তহঁতে আহুদি খুৱালি। নহ'লে সেই হেন ল'ৰাটোৱে জাত-কুল এৰি এজনী চেহেৰাৰ সঁচ নাইকিয়া ছোৱালীৰ ফাগুত পৰে নে ?

বাপুকণে উত্তৰ নিদিলে, "তোমাৰ ল'ৰাইতো প্ৰথমতে তাইৰ মন কিবা কৰিলে। তোমাৰ ছোৱালী ইমান পৰি মৰা নহয়—দৰাৰো কোনো আকাল নাই।"

ৰজতৰ মোমায়েকে খঙত ক'লে "যদি তহঁতে আৰু কিবা বিয়াৰ কথা উলিয়াৱ তেন্তে দেখিবি"–বুলি সি খঙত দাঁত কৰচিবলৈ ধৰিলে।

"কিটো দেখিবি অ'—কিটো দেখিবি " বুলি বাপুকণে কাণ্ড-জ্ঞান শূন্য হৈ ৰজতৰ মোমায়েকৰ ফালে হাত দাঙি চোচা লৈছিল।

বাছাৰ অসহ্য হ'ল। "বাপুকণ কাইটি!"—বুলি সি খুব জোৰে চিঞৰি দিলে। এনেকৈ চিঞৰিবলৈ যে তাৰ ক'ৰপৰা শক্তি ওলাল সি ক'ব নোৱাৰিলে। সি বোধ হয় অপ্ৰকৃতিস্থ হৈহে তেনেকৈ চিঞৰিলে।

বাছাৰ চিঞৰে কাম দিলে। বাপুকণ ৰৈ গ'ল। তাৰ কথাৰ ৰাগ সৰু হৈ আহিল। ৰজতৰ মোমায়েকেও বাছাক দেখি অপ্ৰস্তুত হ'ল। সি একে কোবেই "মই সাৱধান কৰি দি গ'লোঁ। খবৰদাৰ, তাক ইয়াত সোমাবলৈ নিদিবি"—বুলি কৈ চিধাই বাহিৰৰ ধাৰাষাৰ বৰষুণ অগ্ৰাহ্য কৰি ঘৰৰপৰা ওলাই গ'ল।

বাপুকণে ক'লে, "নিজৰ ল'ৰা নিজে চম্ভালিবা। আমাৰ গৰজ কি।"

বাপুকণ প্ৰকৃতিস্থ হ'লত সি বাছাক ক'লে, "বাছা বহাঁ।"—বুলি এখন চটাই ধৰা তালৈ আগবঢ়াই দিলে। ঘৰটোৰ চালেদি কেউফালে উৰুষিছিল। মজিয়াত ডোঙা ডোঙে পানী গোট খাইছিল। মাকে চৰিয়া এটাত পানী টুকিছিল। নুমলী তেতিয়াও আহি পোৱা নাই।

বাছাই সুধিলে, "এনেকৈ কাজিয়া কৰি লাভ কি? দুইটাৰ মন খাইছে যেতিয়া বিয়া দি নিদিয়াহঁত কেলেই?"

বাপুকণে ক'লে, "আমিতো আপত্তি কৰা নাই। সিহঁতৰহে সন্মানত লাগিছে। ডিম্ব বাপুৱে কৈছে বোলে এই বিয়া হ'ব নোৱাৰে।"

বাছাই একো নামাতিলে। আজিয়েই প্ৰথম সি বুজি পালে যে সমাজ বোলা বস্তুটো বৰ খেলিমেলিৰ বস্তু। তাৰ মনে ৰজতৰ লগত নুমলীৰ বিয়াখন যিমান সহজ বুলি ভাবিছে, আচলতে ইমান সহজ নহয়। সমাজৰ ওপৰত তাৰ অভিমান হ'ল। কিন্তু কোনো মন্তব্য নিদিলে। কথা সলাই সি ক'লে, "পঘা হ'লনে, বাপুকণ কাই।"

"ওহোঁ।"

"আয়ে খুজিছে।"

"মই ইবেলা দি থৈ আহিমগৈ।"

বাছাই ক'লে, "পঘা নাপালে সিহঁতৰ গৰু বিহু নহয়। এই কথা যেন বাপুকণে মনত ৰাখে" বাপুকণে শলাগিলে।

খেতিৰ কামৰ কথা কিবা ভাবিছা নে?" বাছাই সুধিলে।

"এঃ নক'বা বুজিছা নে—বিহুটো যকচোন।"

"দাদা কাইলৈ আহিব—যাবা।"

"বাৰু।"

বৰষুণ বগা হৈ সৰিছিল। কলহুৰ কাণেদি চালিছিল। মনহঁতৰ ঘৰৰ আগৰ শুকান পথাৰখনো পানীৰে চপচপীয়া হৈ উঠিল। দূৰত বতাহে বননিখন কঁপাই তুলিলে। বাপুকণৰ ঘৈণীয়েকে ওচৰৰ কাৰোবাৰ ঘৰৰূপৰা জাতিলাও এটা লৈ, তিতি তিতি ঘৰ সোমাইছেহি। মনৰ ঘৈণীয়েকে বটাত তামোল এখন লৈ তালৈ আগবঢ়াই দি সুধিলে, "আইৰ ভাল নে ?"

"ভাল ?"

মনৰ কথা ইচ্ছা কৰিয়েই নুলিয়ালে বাছাই। কাৰণ মনৰ কথা উলিওৱা মানে মহাভাৰতখন আৰম্ভ কৰা। মনৰ ঘৈণীয়েকে ক'লে, "ল'ৰাটোৰ ভাল হোৱা নাই। গা বৰ বেয়া। পেটৰ অসুখ কৰিছে। কি হয়গৈ ভগৱানেহে জানে।" এই বুলি কৈয়েই শোন্তি বুলি সি কাৰোবাক মাতিলে।

তেনেতে শোন্তি ওলালহি। বাছাই মন কৰিলে ল'ৰাটি একেবাৰে নাঙঠ। তাৰ নিজৰে লাজ লাগিল। তাক দেখিবলৈ একেবাৰে ভয় লগা হৈ পৰিছে। মুখখন নায়েই। বুকুৰ হাৰ ডাল ডালি হৈছে আৰু পেটটো পাম্প দিয়া ফুটবলৰ দৰে বাঢ়িছে। ল'ৰাটোৰ অৱস্থা দেখি বাছাৰ নিজৰ মনত ক্ৰোধ উপজিল। কিন্তু কাৰ বিৰুদ্ধে ক'ব নোৱাৰি। ল'ৰাটো দেখি তাৰ দুখ লাগিল। কিন্তু এই দুখ গুচাবলৈ যি সি অপাৰগ, বাপেক-মাক অপাৰগ—সকলো অপৰাগ। চিকিৎসা কৰিবলৈ মাকহঁতৰ মন আৰু ধন একো নাই—একো আও-ভাও নাপায়। সি সুধিলে, দৰৱ দিছা ?"

"ওহোঁ, কোনে দৰৱ আনি দিব ?" বুলি ঘৰখনৰ ওপৰত এটা অভিযোগ কৰি মনৰ ঘৈণীয়েক নিৰৱ হ'ল।

বাছাই ভাবিলে সিহে দৰৱ আনিব। কিন্তু আজিকালি ডাক্তৰটোৰে কয় বেমাৰী নেদেখিলে দৰৱ দিব নোৱাৰি। বিপদ জানো এটা। বেমাৰী দেখুৱাবলৈ হ'লে আকৌ ভিজিট দিব লাগিব। ভিজিত কোনে দিব ? ভাবি ভাবি সি একো সমাধান উলিয়াব নোৱাৰিলে।

বৰষুণ এৰিলত সেমেকা মন লৈ বাছা উভতি আহিল। বাটতে সি ৰজতক পালে। ৰজতে পদূলিতে ৰৈ কিবা ভাবি আছে।

"ৰজত কাই।"

"কি হ'ল ?"

"কিবা এটা পাতিছো।"

"কি।"

"এতিয়া নকওঁ।"

ৰজতৰ মুখখনত হাঁহি নাই। বতৰতো হাঁহি নাই। আকাশে কান্দিছে। মনহঁতৰ ঘৰখনেও কান্দিছে।

॥ ন ॥

গৰু বিহুৰ দিনাখন পুৱাই দিহ্না নৈত গৰু গা ধুৱাবলৈ যাওঁতে বাছাই খবৰ পালে ৰজত আৰু নুমলী নিশা পলাই গ'ল। গাঁও গোটেই-খন হুলস্থূল। ৰজতৰ চকুত বোলে মোমায়েকহঁতৰ ঘৃতাগ্নি হৈ আছে। বাছাই মনে মনে সব শুনিলে, কিন্তু একো নক'লে। পেটে পেটে সি বেয়া পোৱা নাছিল। কিন্তু ৰাইজে যেতিয়া হুৰি হুৰি কৰিবলৈ ধৰিলে তেতিয়া তাৰ মুখ মেলিবলৈ ভয় লাগিলে। ৰজতকেই সকলোৱে কুল এৰিলে বুলি গালি পাৰিলে।

তিতা তিয়নিৰে ঘৰলৈ আহি বাছাই দেখিলে বাপুকণে আৰু ককায়েকে উচ্চৈস্বৰে কিবাক থা পাতিছে। মাটিৰ বন্দৱস্তি লৈয়েই হুলস্থূল। বিহুৰ দিনা এনে কাজিয়া শোভা নাপায় ; কিন্তু বৰমইনা কামৰ মানুহ, কাজে আন বাৰে কথা পাতিবলৈ ছুটী নাই। ভালকৈ কাণ পাতি শুনিলত বাছাই গম পালে, ৰজত যেতিয়া পলাল, তেতিয়া বৰমইনাই মাটি বাপুকণৰ হাতত এৰি নিদিয়ে। সি চোস্তি, সি ভণ্ডুৱা, সি আৰু কত কি ? তাৰ বিৰুদ্ধে অভিযোগ কৰিবলৈ গ'লে এখন মহাভাৰত হ'ব।

বাপুকণে নানাৰকমে কাওৱাও কৰি থাটনি ধৰিলে। কিন্তু সব নিষ্ফল হোৱা দেখি মুখত যিহঁকে আহে তাকে বকিবলৈ লাগিল। কিন্তু বৰমইনাৰ মন নটলিল।

বাপুকণক মাকে জলপান খাবলৈও মাতিছিল, কিন্তু সি "নাখাওঁ বামুণৰ জলপান" বুলি ডাংকোপ মাৰি গুচি গ'ল।

বাছাৰ বেয়া লাগিল। কিন্তু ককায়েকৰ কথাত মাত মতা তাৰ স্বভাৱ নহয়। ককায়েকে বিহুৰ দিনাও জিৰাবলৈ বাদ দি হালোৱা

বিচাৰিলে, কিন্তু গাঁৱত হ্যালোৱা নাপালে। বামুণৰ ঘৰত হ্যালোৱা হ'বলৈ কোনো নাহে। উপায় নাপাই সি কাকজানলৈ গৈ দৰমহাৰ ভেটিত এটা চিলেটীয়া কুলি বন্দবস্ত কৰি থৈ আহিল আৰু মেলেং হাটলৈ গৈ এহাল গৰু কিনি আনিলে।

বিহুৰ কেইদিনমানৰ পিছতে ৰজতহঁতৰ চুকৰ নাম ঘৰত 'ইন্দ্ৰজিত বধ' ভাওনা হৈছিল। বাছাই মাকৰ অনুমতি লৈ ভাওনা চাবলৈ গৈ সমজুৱাৰ মাজত বহি তন্ময় হৈ গীত-বাদ্য-মঙ্গলাচৰণৰপৰা আৰম্ভ কৰি নানাবিধ মুখা পিন্ধা নৰ-বানৰ-ৰাক্ষসৰ সমাবেশলৈকে উদুলি মুদুলি হৈ থকা দৃশ্যবোৰ চাই আছিল। তেতিয়া বিমানৰপৰা ইন্দ্ৰজিতে দৌত্য প্ৰকাশ কৰি লক্ষ্মণক শৰশেল প্ৰহাৰ কৰিবলৈ উদ্যত হৈছিল। সেই বিক্ৰমপূৰ্ণ মুহূৰ্তত হঠাতে তাৰ পিঠিত কোনোবাই চিকুট মাৰি ক'লে, "এই বাছা!"

বাছাই ঘূৰি চাই দেখে গাত জলহু কোট, মূৰত বান্দৰ টুপি, কঁকালত পুৰণি দীঘল পেণ্ট আৰু ভৰিত এজোৰ চটি জোতা পিন্ধি সেইটো কেন্দুকলাই।

লগে লগে নতুন এখন ভাওনা আৰম্ভ হ'ল। চটি জোতাৰে নামঘৰ সোমোৱা দেখি ৰজতৰ মোমায়েকে তাৰ চোলাত থাপ মাৰি ধৰি ক'লে, "ওলালি নে ভালে ভালে।" কেন্দুকলায়ে ফেঁপেৰি পাতি লৈছিল, কিন্তু তেনেতে দেখিলে ৰাইজ গোটেইখন তাৰ ওপৰত জকি উঠিছে। চটি জোতা দেখি সকলোৱে খং সপ্তমত চৰিল। অৱস্থা বিষম দেখি সি ভিৰাই লৰ ধৰিলে। মুহূৰ্তে কেনি গৈ অদৃশ্য হ'লগৈ তাক কোনেও ক'ব নোৱাৰিলে। ৰজতৰ মোমায়েকে উপায় নাপাই ৰাইজৰ ওচৰত গোচৰ দি ক'লে যে তাক ভালকৈ ৰাইজে দণ্ড বিহিব লাগে। ৰাইজে দায় ধৰি কেন্দুকলাইক তামোল-পাণ এটাই আৰু টকা কুৰিটাই জৰিমনা কৰিলে।

ভাওনাখন কোনোৰকম পণ্ডশ্ৰম নোহোৱাকৈ ৰ'ল। বাছাই ভাওনাখন শেষ কৰি বেগা-বেগিকৈ ঘৰৰপিনে খোজ ললে। তাৰ মনত ভাব হ'ল কেন্দুকলাইক ৰাইজে এবাৰ এসেকা দিব ভালকৈ। কিন্তু মানুহটো গ'ল কেনি! ৰাতিখনেই বা সি কিয় আহিছিল তাৰ ওচৰলৈ! নিশ্চয় কিবা গুৰুতৰ কাৰণ আছে।

মনে মনে তাৰ কেন্দুকলাইৰ ওপৰত খং উঠিল। অত ৰাইজক উলঙ্ঘা কৰি চটি জোতাৰে নামঘৰ সোমাবগৈ তাক কিহে পাইছিল!

হাবিতলীয়া লুঙলুঙীয়া বাটেৰে খোজ লৈ লৈ ঘূৰি আহোঁতে তাৰ ভাব হ'ল মনহঁতৰ ঘৰখনৰ শেষ আশা আছিল কেন্দুকলীয়েই, সিও এতিয়া অবাটে বাট বুলিছে।

নিশা জপনা মেলি সি মাকক নজগোৱাকৈ কোনোৰকম দুৱাৰখন খুলি আগফালৰ বাৰান্দাতে শুই পৰিল। দূৰত "মই কেতেকী" বুলি কেতেকী এজনীয়ে বিনালে। জিলী এটাৰ অবিৰাম শব্দ আহি কাণত বাজি আছিল। সি যেন আপোন ভোলা বাদকৰ দৰে বাঁহী বজাই নিজস্ব সঙ্গীতত নিজে মত্ত হৈ পৰিছিল। পদূলি মুখত দুই এটা ভাওনা চাই উভতি অহা মানুহৰ গল খেকাৰি শুনা গৈছিল। বাছাৰ মন কেন্দুকলাইৰ চিন্তাই আড়ষ্ট কৰি থৈছিল। সি ক'লৈ গ'ল।

এনেতে বেৰত কেইটামান টকা মৰা শুনিলে। সি উঠি বহিল, মনে মনে ভয়ো লাগিল। চোৰ-চাৰিয়েই নে মেকুৰী! কিছু পৰৰ মূৰত সি এটা অস্ফুট মাত শুনিলে "বাছা, বাছা"। কাৰ মাত? সি এবাৰ ভাবিলে মাকক মাতিব। কিন্তু শেহত ঠিক কৰিলে মাকক জগাই টোপনি খতি নকৰে। লাহে লাহে মাতটো ডাঙৰ হ'ল আৰু সি বুজিলে সেইটো কাৰ মাত।

সি উঠি দুৱাৰ-ডাংডাল খুলি দিলে। মানুহ এটা আন্ধাৰে-মুন্ধাৰে সোমাই আহিল। বাছাই দিয়াশলাই বিচাৰি মম জ্বলাব খুজিলে। মানুহটোৱে ক'লে, "দুৱাৰখন জপাই দে। ৰাতিপুৱাল। মম নালাগে।"

কিছুপৰলৈ দুয়োটাৰ মুখত কথা নাই। বাছাই খিৰিকিখন খুলি দিলত পুৱাৰ মলয়া এজাক বৈ আহিল। কেন্দুকলায়ে এটা বিড়ি জ্বলাই হুপিবলৈ ধৰিলে আৰু বাছাক সুধিলে, "খাবলৈ লৈছ নেকি?"

"ধেৎ।....."

"অ। তই ভাল ল'ৰা।" বুলি কেন্দুকলায়ে হাঁহিলে।

"তই বেয়া হ'লি। ৰাইজ গোটেইখন জকি আছে।"

"আৰে—থ—থ তোৰ ৰাইজক। মোৰ কি কাণ কাটিব?"

"তই নো গৈছিলি কেলেই?"

"তোক বিচাৰি।"

"পিছে চটি জোতা পিন্ধি নোযোৱা হলেও "

বাছাই কথা শেষ কৰিবলৈ নাপালে। কেন্দুকলায়ে ক'লে, "হেৰ তোৰ সেই কলিতাৰ খেলে আমাক কিমান ঘিণ কৰে নেজান? তাহাঁতৰ নামঘৰতো সোমাবলৈ নিদিয়ে। আমি নো কি সিহঁততকৈ

পৰি মৰা! আমাক সিহঁতে মানুহ বুলিয়েই নাভাবে। বিশেষকৈ ৰজতৰ মোমায়েকটো। তাক দেখিয়েই গা জ্বলি গ'ল। উদ্ভণ্ডালি কৰো বুলি কৰিলোঁ।"

"তাৰ মজা পাবি নহয় এতিয়া। দণ্ড কৰিব।"

"থ—থ—মোক পাব ক'ত সিহঁতে।"

"কিয় তই ঘৰলৈ নাহিবি জানো?"

"নাহো।"

"কিয়?"

"এইখন ঘৰ হৈ আছে নে? বাঁহতল হ'ল। এটা জেলত, এটা মিলিটেৰীত, এটা ভগুৱা। যিবা মাটি ডাখৰৰ আশা আছিল তাকো তহঁতে এৰুৱাই দিলি।"

"দিবচোন। বাপুকণে কাম নকৰে।"

"এতিয়া চিলেটীয়াই কিমান কৰে দেখিম নহয়। গাঁৱৰ মানুহ এৰি মৰিবিতহঁত।"

"তই নাহ কেলেই?"

"ওহোঁ। মই আহিব নোৱাৰোঁ।" কেন্দুকলায়ে হুমুনিয়াহ পেলালে, "মাজে মাজে খালী আইৰলৈ মনত পৰে। নুমলীৰ জানিবা গত লাগিল।

"কি হ'ল।"

"ৰেজিষ্টাৰ বিয়া হ'ল।"

"কি?"

"কাছাৰীঘৰত লেখা-পঢ়া বিয়া। ময়ে বন্দৱস্ত কৰি দিলোঁ উকীলক কৈ। ইয়াতহে জাত-পাতৰ কথা, কাছাৰীত নাই। কেৱল মনৰ মিল আছে বুলিলেই হ'ল।

বাছাই একো নামাতিলে। ধৰম-বিয়া নহৈ কাছাৰীত বিয়া হোৱাৰ তাৎপৰ্য্য কি সি ভালকৈ ধৰিব নোৱাৰিলে। বাছাই তাক ক'লে "তই আহি খেতিত লাগ।"

কেন্দুকলাই ৰ'ল। "এটা কাম কৰিব পাৰিবি?

"কি?"

"তোৰ বালিগাঁৱৰ বন্ধুটোলৈ এখন চিঠি দে। উকীলৰ লগত তেওঁৰ ভাল। পাৰে যদি মোক মোকোলাই দিয়ক।"

"বাৰু। নগৰখন কেনে অ'?"

"নগৰত চাকৰ হ'ব নাপায় বুজিছ। উকীলৰ ঘৈণীয়েকৰ মেখেলা ধোৱাৰেপৰা আৰম্ভ কৰি ভাত বন্ধালৈকে কিমান কাম কৰিবি। মাইকী মানুহৰ টান কথা শুনিবলৈ টান লাগে। ককাইহঁতে মোক এই পাত ফাঁচ জৰীহে দিলে।"

কিছুপৰ বৈ কেন্দুকলাই নগৰলৈ গ'লগৈ। বাছাই মুকুন্দীলৈ সেই দিনাই এখন চিঠি দিলে।

## ॥ দহ ॥

মনৰ বেমাৰী ল'ৰাটো আহাৰলৈ চুকাল। ঘৰখনৰ এতিয়া আৰ্জোতা হ'ল মনৰ ঘৈণীয়েকেই। তাই আৰ- তাৰ ঘৰত খুজি অথবা বন-বাৰী কৰি দুই এমুঠি খুজি আনি ঘৰখনত দিয়েহি, তাৰে কিছু সহায় হয়। ভঁৰালৰ ধান আদায় হ'বৰ হ'ল। মানুহজনী বেমাৰী হ'ল। কেতিয়াবা পেটত এটা অচিন বিষ হয়, তেতিয়া দুসপ্তাহ-এসপ্তাহ একে লেঠাৰিয়ে ভোগে। খেতি-বাতি নোহোৱাৰপৰা বাপুকণ উদণ্ডীয়া গৰুৰ দৰে হ'ল। ভাঙ খাই অ'ত ত'ত ঘূৰি ফুৰে। এদিন ভাঙ খাবলৈ পইচা নাপাই ঘৈণীয়েকৰ যৌতুকত পোৱা থুৰীয়াজোৰকে বলেৰে কাঢ়ি নি বন্ধকত দিব খুজিছিল। ঘৈণীয়েকে হায় ঔ বি ঔ লগোৱাত উপায় নাপায় সি সেই যাত্ৰালৈ তাপ মাৰিলে। কিন্তু তেতিয়াৰে-পৰা হোৱাই নোহোৱাই ঘৈণীয়েকৰ পিঠিত ঔ কিল পৰিবলৈ ধৰিলে। ঘৈণীয়েকে উপায় নাপাই এদিন ছোৱালীজনী থৈ মাকৰ ওচৰলৈ গুচি গ'লগৈ। মাকৰ ঘৰত যে কিবা সুখত আছিলগৈ তেনে নহয় তথাপি তাই স্বাস্থ্যৱতী আছিল, সেইবাবে পথাৰৰ কামৰপৰা আৰম্ভ কৰি ঘৰৰ কাম-কাজলৈকে শেষ কৰি তাই যথেষ্ট কাম কৰিছিল। মাক বাপেকো জীয়াই আছিল, সেই কাৰণে মৰমতে তাইক আশ্ৰয় দিছিল। তাইৰ ছোৱালীজনী কিন্তু বাপেকক গতাই দিলে।

ঘৈণীয়েক যাবৰপৰা বাপুকণ একৰকম পাগল হোৱাদি হ'ল। ক'ত খায়, কি কৰে, ক'লৈ যায়, ক'ত থাকে তাৰ একো ঠিক নাইকিয়া হ'ল। মাজতে সি টোকাৰী বজাবলৈ লৈছিল। টোকাৰী বজাই ইঘৰ সিঘৰ ফুৰি কেতিয়াবা সি দুই এমুঠি ভিক্ষা পায়। তাৰে এসাজ চলে। কাৰোবাৰ ঘৰত বিয়া-বাৰু বা সকাম-নিকাম হ'লে বাপুকণ তাত

ওলাবগৈয়ে নানা ধৰণৰ ঢং দি উপস্থিত সমজুৱাক হুহঁৱাই সিহঁতৰপৰা সি সিদায় কিছু প্ৰসাদ লাভৰ চেষ্টা কৰিছিল।

মনহঁতৰ ঘৰখন ভাগিল। ঘৰকেইটাতো দুবছৰ ধৰি খোচা এটা মৰা নাই। খুটাও লৰিছে। আহাৰমহীয়া বৰষুণত ঘৰ উটি যায়। মনৰ মাকে ভেটিৰ মোহ এৰি নোৱাৰি নাতিনীয়েকক বুকুত বান্ধি লৈ তাতে ভোকে লঘোণে থাকিবলৈ ধৰিলে। তেওঁৰ দুখ দেখি বাছাৰ মাকে তেওঁক তেওঁলোকৰ ঘৰতে থাকিবলৈ মাতিলে। বুঢ়ীয়ে অভিমানত উত্তৰ দিলে, "বুঢ়ীয়ে কেলেই মাতিছে ? মাটি কিডৰাত কুলি লগালে। ল'ৰাক বলিয়া কৰিলে। এতিয়া আকৌ বন কৰা বান্দী হ'বলৈ মাতিছে নে কি ?"

উত্তৰ শুনি বাছাৰ মাকে মৰ্মান্তিক আঘাত পালে। কিন্তু মুখেৰে এক বিন্দু ক্ৰোধো প্ৰকাশ নকৰিলে। মাজে মাজে খালি বাছাৰ হাতত দুই এসাজ চাউল, অলপ নিমখ, তেল, কেতিয়াবা এপোৱামান দাইল দি তেওঁৰ ওচৰলৈ পঠাই দিয়ে। সেইখিনি বস্তুও বুঢ়ীয়ে নানা হেকান পাৰিহে গ্ৰহণ কৰে। গ্ৰহণ নকৰিও যে তেওঁৰ উপায় নাই।

দুয়ো ঘৰৰ মাজতে আহ যাহ কমি গ'ল। বুঢ়ী আহিলেও পদূলি মূৰৰপৰাই ৰিঙিয়াই মাত দি যায়গৈ। বাছাৰ হতুৱাই কেন্দুকলাইলৈ চিঠি দিয়ায় ; উকীলৰ ঘৰৰপৰা তাকে অনাবৰ বাবে মুকুলীৰ যত্নই কিবা ফল ধৰিছে নেকি সোধে। কিন্তু লাহে লাহে সেইবোৰ চেষ্টাই কোনো ফল ধৰা নেদেখি আহিবলৈকে এৰিলে। বাছাই মাজে মাজে সিধা অথবা চিঠিপত্ৰ লৈ তালৈ যায়।

কাউৰীয়ে কল্‌কলালেই বুঢ়ীয়ে ভাবে হয় ৰজত, নহয় কেন্দুকলাই, নহয় মন আহি ওলাবহি। কেতিয়াবা মিলিটেৰীত কাম কৰা পুতেকটোৰ কথা কৈ কান্দে। কেতিয়াবা মনৰ ওলোৱাৰ তাৰিখ গণনা কৰে। কান্দোন আৰু গণনা সকলো ব্যৰ্থ হয়। দাৰিদ্ৰ্যই লাহে লাহে বুঢ়ীক সুহি আনিলে আৰু এদিন হঠাৎ নাতিয়েকৰো কিবা এক অসুখ হ'ল !

ৰজতৰ মোমায়েকও এদিন আহি বাছাৰ আগত ভয়ংকৰ খবৰ দিলেহি। ৰজত নোহোৱাৰ সুবিধা লৈ ইন্দ্ৰ মহাজনে সিহঁতৰ মাটিত হাল জুৰিবলৈ চান্দি ফুৰিছে ! ক্ৰোকেৰে খাজনা পূৰ নোহোৱাত মাটি চৰকাৰে নীলামলৈ দিলে আৰু সেই মাটিও যে ইন্দ্ৰ মহাজনে হাত কৰিব এই কথা আগতেই বাছাই গম পাইছিল।

অকল এঘৰৰে দুখ নহয়। আধি খোৰ মানুহবোৰৰ মাটি মহাজনবোৰে কুলি লগাই কৰবলৈ কাৰবাৰ কৰিছে। নহ'লে আইন মতে ধান সিহঁতে আধাতকৈ কম পোৱা হ'ল। চেৰাবলিয়া বাপুকণে ঘৰে ঘৰে মেল মাৰে আৰু মহাজন চৰকাৰৰ বিৰুদ্ধে বিষেদগাৰ কৰে। সি কয় যে কল্কি অৱতাৰ হৈ স্লেচ্ছবোৰক কাটি মাৰি বুদ্দমাৰ নকৰিলে সিহঁতৰ উপায় নাই। মানুহবোৰে তাৰ কথা শুনি পেটে পেটে ভাল পায়, কিন্তু অহো বলিয়াৰ ওপৰত বিশ্বাস কিটো? তথাপি বিয়াই-সবাহে, মেলে-দোৱানে বাপুকণৰ বহুৱালি, চং আৰু ভৱিষ্যদ্বাণী শুনি মানুহে কিবা এক অদ্ভুত তৃপ্তি পোৱা হ'ল।

ইন্দ্ৰেশ্বৰ মহাজনৰ ওপৰত আটাইৰে চকু, আটাইৰে খং। কিন্তু আইনৰ বলত সি বলীয়ান তাৰ গাৰ নোম কোনেও লৰাব নোৱাৰে। মাৰোৱাৰী মহাজনে যেনেকৈ সুতত ধন ধাৰে দি গাঁওখন লাওলোৱা কৰিলে, সিও কৰিবলৈ লৈছে। গাঁওখনৰ পঞ্চায়ত, প্ৰজেক্ট, ঠিকা-ঠুকলি কিবা আনিব লগা হ'লে ইন্দ্ৰেশ্বৰেহে পায়। অফিচাৰবোৰে বিচাৰি তেওঁকহে পায়হি। গাঁৱত চোৰচাৰি ধৰিবৰ বাবেও পুলিচে মহাজনকহে সোধেহি। মহাজনৰ জয় জয়, ময় ময় আৰু ৰাইজৰ ফালে ধোবাং বাং। এনে হেন ইন্দ্ৰেশ্বৰৰ হাতৰপৰা ৰজহঁতে আৰু মাটি পাব নে? বাপকণে বোলে এদিন কপি দা এখন লৈ ইন্দ্ৰেশ্বৰ মহাজনক জোকাইছিল. কিন্তু মহাজনে মানুহ লগাই এনেকুৱাকৈ পিতালে নে বাপুকণ কেইদিনমান নামঘৰৰ আহঁতৰ তলত কেকাই গোথাই পৰি আছিল।

মাটিত ইন্দ্ৰেশ্বৰে খেতি কৰিবলৈ লোৱা অৱস্থাতে এদিন ঘোৰ বৰষুণৰ নিশা বাছাৰ শোৱা কোঠাৰ দুৱাৰত টকা পৰিল। গাঁৱৰ দোকানত তেতিয়া কেৰাচিন তেল নাই। বাছাহঁতে মম লগাইছিল। বাছাই এবাৰ সাৰ পাই মাতিলে, "কোন ?"

"মই ৰজত।"

"ৰজত কাই!" বুলি বাছাই এক প্ৰৱল উত্তেজনাত এডাল মম বাতি জ্বলালে। দুৱাৰ দাং খোৱাৰ লগে লগে ৰজতৰ ওথ দেহটো জিলিকি পৰিল। তিতা কাপোৰত মমৰ পোহৰ পৰি এটা তীব্ৰ চিকমিকনি উঠিল।

নিশব্দে ৰজত সোমাই আহিল।

বাছাই সুধিলে, 'ৰজত কাই। ক'ৰপৰা আহিলা ?"

ৰজতে ক'লে, "জিলাৰপৰা। নুমলীও আহিছে ?"

নুমলীৰ কথা কোৱাৰ লগে লগে নুমলী সোমাই আহিল। তাইৰ চুলিথিনি পটি দিয়াৰ দৰে লিপিট খাই পৰা, পাতল মেখেলাখন তিতি কৰঙনযুৰি অলপ ৰঙচুৰা হৈ জিলিকিছে। বুকুখন অস্বাভাৱিকভাৱে কঁপিছিল। কিন্তু চকুযুৰিয়ে সুন্দৰভাৱে তিৰবিৰাই এক অভিনৱ সন্তোষৰ জাননী দিছিল। বাছাৰ লাজ লাগিল, চুৰকৈ চুমা খোৱাৰ দৃশ্যটো হঠাতে মনত পৰিল। সি নুমলীলৈ অদ্ভুত কৌতূহলেৰে চাবলৈ ধৰিলে। তাই যেন কিবা আপুৰুগীয়া বস্তু এটাহে পাই আনিছে এনে ভাব চকুৰে মুখে ফুটি উঠা সি দেখিবলৈ পালে। কিন্তু এই আপুৰুগীয়া বস্তুটো ৰজত নে তাৰ লগত হোৱা বিয়াখন তাক সি ক'ব নোৱাৰিলে।

বাছাই সুধিলে, "দিনে গোহৰে নাহিলা কেলেই ?"

নুমলীয়ে সহজভাৱে উত্তৰ দিলে, "লাজ লাগিল।"

কিয় লাজ লাগিল, তাক সুধিবলৈ বাছাৰো আকৌ লাজ লাগিল। কথাটো অৱশ্যে সি জানে এতিয়া একো নুসুধিলেও হ'ব। তথাপি সি পাকে-প্ৰকাৰে কৌতুকবশতঃ সুধিলে, "কাছাৰীত লিখা-পঢ়া কৰালা বোলে।"

"অঁ। কামটো আজিয়েই হ'ল। গুচি আহিলোঁ" ৰজতে উত্তৰ দিলে।

"বিয়াৰ জলপান আনিছা নে নাই।"

বাছাৰ প্ৰশ্ন শুনি নুমলীয়ে হাঁহি দিলে। ৰজতেও হাঁহিলে। অগত্যা বাছায়ো হাঁহিব লগা হ'ল।

কিছুপৰ নিৰৱে গ'ল। বাছাই মমডাল বঢ়াই দিলে। ৰজতহঁত জাৰত থক্ থক্ কৰে কঁপিছিল। ৰজতে ক'লে, "একুৰা জুই নধৰিলে কাপোৰ শুকুৱাই টান হ'ব। খৰি আছেনে ?"

বাছাই ক'লে "আছে ৰবা।" বুলি সি গৈ পাকঘৰ খুলি একোছা খৰি আনিলে আৰু নুমলীৰ হাতত দিলেহি। খৰি পাই নুমলীয়ে ক'লে, "বাছা, দুডাল মান শুকান খেৰ আনাচোন।"

শুকান খেৰ নাছিল। যি আছে পুঁজিতহে আছে। ৰজতে উপাযাচি ক'লে, "ময়ে আনো। বৰষুণত এওঁ তিতিব নালাগে।"

ৰজত ওলাই গ'লত বাছাই এবাৰ নুমলীৰ ফালে চালে। তাইৰ গাৰপৰা সৰা পানীৰ টোপালবোৰ মুকুতাৰ দৰে জিলিকিছে। তাই থক্ থক্ কৰে কঁপিছে। বাছাই মন কৰিলে মানুহজনীৰ মুখখন শুকান। হয়তো এই কেইদিন খুব কষ্ট পালে। সি সুধিলে, "কেন্দু-কলাই কেতিবা আহিব ?"

নুমলীয়ে কৰুণ স্বৰে উত্তৰ দিলে, "আৰু এবছৰ আছে। উকীলে এৰি নিদিয়ে।"

বাছাই একো নামাতিলে। নুমলীয়ে, "আইব কেনে?" বুলি ভয়ে ভয়ে এটা প্ৰশ্ন কৰিলে।

"কোন আই?" বাছাই সুধিলে, "তহঁতৰ নে আমাৰ?"

"আমাৰ।"

"তহঁতৰ ঘৰ বাঁহতল হ'ল। মনৰ ল'ৰাটো ঢুকাল। বাপুকণৰ ঘৈণীয়েক ভাগিল। বাপুকণ ভগুৰা হ'ল। আয়েৰ আছে, নাতিনীজনী বুকুত লৈ।"

নুমলীয়ে কোনো উত্তৰ নিদিলে, তাইৰ মনটো মৰি গ'ল। ঘৰত নিগনি-ডালশৰীয়াবোৰে দৌৰাদৌৰি কৰিবলৈ ধৰিলে। বাহিৰত অবিৰাম বৰষুণৰ শব্দ। দুয়োটা তেনেকৈ কিছু সময় থিয় হৈ গ'ল। অলপ পিছতে ৰজতে খেৰ আনি ভিতৰ সোমালহি। আহিয়েই ক'লেহি, "ভাল খেৰ টানোতে টানোতে বৰ কষ্ট হ'ল। জোকো লাগিলে নে কি এডাল!" বুলি সি সেই ভৰিৰ আঙুলিৰ মাজৰপৰা এডাল জোক উলিয়াই দুৱাৰৰ বাহিৰ কৰি থৈ আহিল।

নুমলীয়ে খুব সাৱধানে জুই ধৰিলে। জুহালৰ কেউকাষে দুয়োটা গোহালি ঘৰত গৰুবোৰে মহ-ডাহৰ কামোৰত চটফটাই উঠিল। পুখুৰীৰ পানীতো ভেকুলীবেঙৰ টোৰ্‌টোৰনিয়ে এক অবিৰাম সঙ্গীতৰ সৃষ্টি কৰিবলৈ ধৰিলে। লাহে লাহে ৰজতহঁতৰ গাৰ কাপোৰ কানিবোৰ শুকাল। তেনেতে শোৱা বিচনাৰপৰা মাকে এক অদ্ভুত চিঞৰ মাৰি ক'লে, "বুঢ়া ভকত—!" বাছাই উছপ খাই গ'ল। ৰজতে হাঁহি ক'লে, 'আয়ে সপোন দেখিছে।" বাছাৰ চকুলৈ চাই সি ক'লে, 'তোমাৰ চকু জাপ খুৱাই নিছে। তুমি শোৱা! আমি বহোঁ।" বাছাই টোপনিৰ জালত এইবাৰ শুই পৰিল।

বাছাৰ টোপনি গ'লত, নুমলীয়ে সুধিলে, "থাকিবি ক'ত?"

ৰজতে উত্তৰ দিলে, "নিজৰ মাটিত।"

"মহাজনে জানো সুখেৰে থাকিবলৈ দিব?

"দিব লাগিব।"

ৰজতৰ এই চমু উত্তৰটোৰ ওপৰত কোনো প্ৰশ্ন নচলে। কাজেই নুমলী সেইপিনেই তাপ মাৰিলে।

অলপ সময়ৰ বাবে মনে মনে ৰজতে ক'লে, "নগৰৰ মানুহবোৰ কেনে লাগিল !"

নুমলীয়ে ক'লে, "ভাল নালাগিল। গাঁৱলীয়াক মানুহ যেনেই নেদেখে। দেখা নাই নে আমাক লৈ উকীলহঁতৰ কিমান হাঁহি খিকিন্দালি !"

ৰজতে উত্তৰ দিলে, "গাঁওখনকো আটিছে। সব একে। হক কথাত মাতোতা কোনো নাই।"

ৰজতৰ স্বভাৱ কেনেকুৱা এই কেইদিনত নুমলীয়ে ধৰিব পাৰিছে। তাৰ কথাৰ ওপৰত কথা কটাকটি কৰিলে সি ভাল নাপায়. যেনে তেনে নিজৰ মত ৰজোৱাই তাৰ স্বভাৱ। সেয়ে তাই মনে মনে ৰ'ল। কিছু পৰৰ মূৰত নিৰৱতা অসহ্য হলত তাই ক'লে, "ঘৰখন উছন হ'ল।"

ৰজতে কিবা ক'ব খুজিছিল এনেতে বাহিৰত কোনোবা মাইকী মানুহৰ মাত শুনি সি চক খাই উঠিছিল। বাহিৰত কোনোবাই "আই, আইকৈ" চিঞৰিছে। "কোন সেইজনী।" ৰজতে সুধিলে।

"মই মনৰ ঘৈণীয়েক।"

"নবৌ—" বুলি হুৰমূৰকৈ উঠি গৈ তাই আধা মেলা দুৱাৰখন ভালকৈ খুলি দিলে। বৰষুণৰ আছাৰকণি আহি তাইৰ গা কঁপাই দিলে। বতাহত জুইকুৰায়ো জিভা মেলি নাচিবলৈ ধৰিলে।

"নুমলী। কেতিয়া আহিলি ? বুলি বৰষুণত তিতি কঁপি থকা দেহটি লৈ মনৰ ঘৈণীয়েক ভিতৰ্ সোমালহি। নুমলীয়ে তাইক ধৰি জুইৰ গুৰিত বহুৱাই দি ক'লে, "বহকচোন পাছে পৰে সকলো কম।"

ৰজতে সুধিলে "ৰাতিখন আহিলা দেখোন। হ'ল কি ?"

"কেলেই ঘৰত তেল নাই ?" নুমলীয়ে সুধিলে।

"নাই তেল হৰিল। ঘৰত, পৰত দোকানত ক'তো নাই। বামুণৰ ঘৰত পাওঁ নে কি চাবলৈ আহিলোঁ। ঘৰত মাজুজনৰ ছোৱালীজনীৰ যোৱা-থোৱা অৱস্থা। আইৰ চূতি-জ্ঞান হেৰাই গৈছে। ৰাতি চাকি এটা নহ'লে থকাও টান। সেয়ে আহিলোঁ।" জুইত সেকি হাত ভৰি-বোৰ পোনাই মনৰ ঘৈণীয়েকে হাতৰ চাকিটো মাটিত থলে।

"বাপুকণ নাই নে কি ?" ৰজতে সুধিলে।

"ভঙুৱাটোৰে লোকৰ ঘৰত চুৰা চেলেকোতেই গৈছে। মাকজনীৰো খবৰ নাই। সেইজনী মাক নহয় জানিবা ৰাক্ষসিনী।"

এইবাৰ কাৰো মুখত কথা নোলাল। ৰজতে উঠি গৈ বাছাক শোৱাৰপৰা জগালে আৰু কেৰাচিন তেল আছে নে নাই সুধিলে।

বাছাই ক'লে, "কেৰাচিন তেল আমাৰো নাই। ৰ'বা এডাল মমকে দিওঁ।" বুলি সি বিচনাৰপৰা খেপিয়াই মেজৰ ওপৰৰপৰা এডাল মম আনিলে। মমডাল ৰজতৰ হাতত দিওঁতেই সি মনৰ ঘৈণীয়েকক দেখি আচৰিত হৈ সুধিলে।

"...কি হ'ল হে। ছোৱালীজনীৰ কিবা হ'ল নে কি ?"

মনৰ ঘৈণীয়েকে আচল কথা খুলি ক'লত বাছা জাপ মাৰি বিচনাৰপৰা নামিল আৰু কিংকৰ্তব্যবিমূঢ় হৈ ৰজতৰ মুখলৈ চালে।

ৰজতে নিৰ্লিপ্তভাৱে মনৰ ঘৈণীয়েকক ক'লে, "মই যাওঁ আইৰ গুৰিলৈ। নবৌ তুমি ইয়াতে ৰহা। পুৱা যাবা" ৰজতে মমডাল জ্বলাইছিল, এনেতে বাছাই মন কৰিলে ৰজতৰ মুখখন ভাগবত ক'লা পৰি আছে। যাবলৈ ওলোৱা যেন দেখি সি বৰ সুখ পোৱা নাই। সি লৰ মাৰি গৈ বেৰৰপৰা ছাতি এটা আনি দি ক'লে, "ৰজত কাই, এই ছাতিটো নিয়া নহ'লে তিতিবা। আজিকালি তিতা বেয়া।"

কঠোৰ বিষাদতো ৰজতে হাঁহি দিলে। বাছাই লাজ পালে। কিন্তু তেতিয়া বিষাদ, লাজ একোৰে সময় নাছিল ; খন্তেক পিছতে ছাতি লৈ ৰজত বৰষুণৰ মাজতে অদৃশ্য হ'ল। মনৰ ঘৈণীয়েকে জুইৰ কাষত অলপ সকাহ পাই মনৰ মহাভাৰতখন গাবলৈ আৰম্ভ কৰিলে। বাছা আৰু নুমলীয়ে নিৰৱে সকলো শুনি গ'ল। কাৰো মুখত কথা নোলাল। পৃথিৱীখন মৰাশৰ দৰে চেঁচা পৰি গৈছে। আকাশখনত ঢেৰেকণি মাৰি আছে। কঁঠাল গছজোপাত এটা নিয়তি চৰায়ে হঠাতে নিউ নিউ বুলি চিঞৰ মাৰি খন্তেক পৰৰ পিছতে ডেউকা কোবাই উৰি গুচি গ'ল। বাছাৰ আৰু নুমলীৰ বুকু চিৰিংকৈ গ'ল।

মনৰ ঘৈণীয়েকৰ মুখত কথাৰ আখৈ ফুটিছে। নুমলীৰ নামটো কোনোবাই যেন কেৰাহিতহে ভাঙিছে, এনে অনুমান হ'ল তাইৰ নিজৰ। বিয়াৰ পিছত সুখ পাবৰ বাবে তাই যিখন আকাশী চাং পাতিছিল, সেইখন আজি কোনোবাই হুৰুস্কৈ ভাঙি দিলে।

বাছাই মন কৰিলে নুমলীয়ে মাজে মাজে এনেয়ে একোটা শব্দ কৰিছে। সেই শব্দৰ কোনো অৰ্থ নাই ; উতলা চৰুত যেনেকৈ ঢাকনি দি থলে ভিতৰত উতলবোৰৰ শব্দ হয়, ঠিক এই শব্দবোৰো তেনে— সেইবোৰৰ তাপ আৰু পোৱণি কিমান ধৰিব নোৱাৰি। ঘৰখনত মৰা মানুহৰ সঁচ নাই। তাৰ লক্ষ্মী গ'ল। এতিয়া শনিৰ দশা পৰিছে।

শেহ নিশা ৰাতি আহি ওলালহি। বাছাই মন কৰিলে তাৰ মনটো মৰা, মুখখন শেঁতা, ওঁঠ দুখন শুকান, চুলি জপৰা আৰু চকুযুৰি বৰ ৰঙা। "নুমলী। কালটো যাব। তহঁত যা। আইক অলপ শুবলৈ দেগৈ" ৰজতে খঙ কৰিছে নে, অভিমান কৰিছে নে, কৰ্তব্য পালন কৰিছে—একো ধৰিবপৰা নগ'ল। তাৰ মনটো টান, সহজে দুখত বিতত নহয়। বাছাই দেখিলে ৰজতে তললৈ মূৰ কৰি জুই ফুৰাবলৈ লাগিল, তাৰপৰা আৰু মূৰ তোলা নাই। কিমান সময় সেইদৰে থাকে একো ক'ব নোৱাৰি।

নুমলীয়ে নবৌয়েকৰ লগত ওলাই গ'ল। বৰঘুণ তেতিয়াও এৰা নাই। লাহে লাহে ঘোলা পোহৰে মাকৰ ঘৰলৈ যোৱা বাটটো পোহৰাই দিলে। পোহৰে যেন তাইক উপহাস কৰি ক'লে, "নুমলী আঠমঙলা খাবলৈ যাব। যা অচল আঠমঙলাকে পাবিগৈ।" হঠাতে তাইৰ অনুমান হ'ল বাটটোৰে মাটিত বাগৰি কান্দিছে। আমনিবাৰীখনে বিচিছে, আৰু সিহঁতৰ ঘৰটোৱে বহুদিনৰ ৰোগীৰ দৰে ফোঁপাইছে। তাইৰ জীৱনটো শূন্যত ভাহি ফুৰিবলৈ ধৰিলে।

ৰজতে বহুত পৰৰ মূৰত মূৰ তুলিলে। বুঢ়ী শাহুৱেকে তাক মাতেই নলগালেই, নুমলীৰ কথাও নুসুধিলে। কেৱল মনক, বাপুকণক আৰু বাছাহঁতৰ ঘৰক গালি পাৰিলে। বাছাহঁতে মাটিৰ কুলি লগালে, বাছাহঁতৰ দোষ সেয়ে।

কুলি লগাই বুঢ়া ভকতৰ ঘৰৰ উপাৰ্জনৰ বাট মাৰিলে বাছাহঁতে। বুঢ়ীৰ এই অভিযোগ ৰজতে নুই কৰিব নোৱাৰিলে। তেনেতে সি শুনিলে বাছাৰ মাকে শুই উঠি কুলিটোক জগাইছে—হাললৈ যাবৰ বাবে। কিন্তু বহুত পৰ মতাতো সি নুঠিল। বাছাই এইবাৰ নিজে উঠি গৈ তাৰ কোঠাৰ দুৱাৰত ঢকিয়াই তাক জগালে। সি চকু-মুখ মোহাৰি অলপ পৰৰ পাছত উঠিল, আৰু ৰজতৰ আগেদিয়েই গৈ গোহালিৰপৰা গৰু খুলি লৈ পথাৰলৈ গ'ল।

"কুলিটো চোস্তি! বাছাই ক'লে।"

ৰজতে তাৰ কোনো উত্তৰকে নিদিলে।

অলপ পৰৰ পাছত বাছাৰ মাকে ঘৰ সাৰিবলৈ আহি ৰজতক দেখি অবাক হৈ সুধিলে, "তই কেতিয়া আহিলি?"

"ৰাতি।"

ইয়াৰ পিছত ৰজতে সকলো সবিশেষ বৰ্ণাই ক'লত খাছাব মাক আচৰিত হ'ল। তেওঁৰ হাতৰ সোতা হাততেই ৰ'ল। লগে লগে মনটো দুখত সেমেকি গ'ল।

"মনহঁতৰ ঘৰখন ভাগিল।"

"ভাগিল।" নিলিপ্তভাবে ৰজতে ক'লে। তাৰ পিছতে মনৰ খং দমাব নোৱাৰি সি ক'লে, "আপোনালোকেও কুলি লগালে।"

"নলগাই কৰিবি কি। মাটি পেলাই থবি নে? কেন্দুকলাই বা তেই যদি লাগো বোল তেন্তে বৰমইনাই মাটি এতিয়াও দিব।

এই প্ৰশ্নৰ কোনো উত্তৰ নাছিল।

## ॥ এঘাৰ ॥

পাছ দিনা বাছা স্কুলৰপৰা আহি পালত মাকে ক'লে, "বলচোন, মনহঁতৰ তাৰপৰা আহোঁগে।"

বাছাই সুধিলে, "কিয়?"

মাকে ক'লে, "ছোৱালীজনী ঢুকাল।"

চাহটোপা খাই বাছা লৰালৰিকৈ মাকৰ লগত ওলাল। মাকে তাক লগত লৈ যাওঁতে একো কথাকে নক'লে। মনহঁতৰ ঘৰ পাই বাছাই দেখিলে বোকা চোতালখনত আবেলিৰ বিষণ্ণ ৰ'দ পৰি বিননি জুৰিছে। ঘৰখন মৰিশালীৰ দৰে নিজম। ভিতৰত এখন দীঘল চৰা পাৰি মাক দীঘল দি পৰি আছে। বাপুকণে ঘৰৰপৰা ওলাই যাবলৈ কাৰবাৰ কৰিছে। মনৰ ঘৈণীয়েক ঘৰত নাই। বাছাৰ মনশ্চক্ষুৰে বাপুকণৰ ঘৈণীয়েকক বিচাৰিলে, কিন্তু তাই থকাৰ কোনো সন্তেদ নাপালে। বোধহয় ৰাক্ষসিনী ছোৱালীজনী মৰিবৰ সময়তো নাছিল। বাছাহঁতক নেদেখা ভাও জুৰি হাতত লাঠি এডাল লৈ বাপুকণ ওলাই গ'ল। বাছাৰ ধাৰণা হ'ল এইবাৰ সি সঁচাকৈয়ে বৈৰাগী হ'ব।

বাছাৰ মাকে তন্দ্ৰাগ্ৰস্ত মনৰ মাকক মাতি শোৱাৰপৰা উঠালে আৰু ইটো সিটো কথা উলিয়াই দুখ বেজাৰত গোট মৰা মনটো পাতলাবলৈ যত্ন কৰিলে। কিন্তু মনৰ মাকৰ মনটো এচটা গধুৰ শিলৰ দৰে হ'ল। বেজাৰ কৰিবলৈও যেন বুঢ়ীৰ ভাষা নাই, মন নাই, ইচ্ছা নাই। তেওঁ নিজেই যেন বেজাৰৰ প্ৰতিমূৰ্তি। বাছাৰ মাকৰ লগত কথা পাতিবলৈও যেন তেওঁৰ প্ৰবৃত্তি নাই। চকুৰ আগতে ঘৰ এখন

ভাগি-ছিগি নাইকিয়া হোৱাৰ করুণ নির্মম আঘাতত তিষ্ঠি থকাৰ শেষ কাৰণ নাতিনীয়েকজনী চুকাবৰগৰা বুঢ়ীৰ সংসাৰৰ ওপৰত আস্থা নাইকিয়া হ'ল। এনে অৱস্থা দেখি বাছাৰ মাকে সান্ত্বনাৰ বাণী উচ্চাৰণ কৰিবলৈও যেন পাহৰি গ'ল। মনৰ মাক তেতিয়া যেন এজনী জীৱন্ত মাথিনী।

কিছুপৰ তাতে বৈ বাছাৰ মাক আৰু বাছা ওলাই আহিল। আহোঁতে মাকৰ চকুত এটোপাল চকুপানী দেখি বাছাই বুজিলে মাকে মনহঁতৰ ঘৰলৈ আহি বিষম আঘাত পাইছে।

এনেতে এটা কোমল মাত আহি বাছাৰ মাকৰ কাণত পৰিল, "আই।"

বাছাৰ মাকে ঘূৰি চাই দেখে নুমলী। এৰা, তাইৰ কথা তেওঁ পাহৰিয়েই গৈছিল। অৱশ্যে তেওঁ গম পাই যে তাই বিয়া-বাৰু কৰাই ঘূৰি আহিল। তেতিয়া তাই ঘৰবোৰ মচি কাচি ঠিক কৰিছিল।

"কি কৰিছ নুমলী?"

"চকু পেলাই এইয়া নেদেখিছে, ঠাই মচিছোঁ।"

"মাৰলৈ চাবি! অৱস্থাই নাই।"

নুমলীয়ে ঠাই মচিবলৈ এৰি হঠাতে বাছাৰ মাকৰ গুৰি পালেহি। তাই ক'লে, "আই কৰিম কি, আজি চাৰিদিনে ঘৰত কুটা এগছ নাই। পাৰে যদি চাউল এদোনমানকে দিবচোন। মই ঘৰৰজনক পঠিয়াম।"

"ৰজতো ইয়াত আছে?"

"অঁ। কালটো পুতিবলৈ গৈ অহাই নাই।"

কালটো গ'ল। কিন্তু ঘৰখনত একো চিন-চাব থৈ যাব নোৱাৰিলে। মাক বাপেকে মচ্‌লুমে নাকান্দিলে—মাক নাছিলেই। আইতাকৰ বেজাৰ গোট মাৰিলে। গাঁৱৰ মানুহে ক'লে এনেকৈ জীয়াতু ভুগি থকাতকৈ তাই মৰাই ভাল। সংসাৰলৈ আহি তাই কাৰোপৰা এষাৰ ভাল মাত নাপালে। আন কি ভগৱানেও চকু মেলি নাচালে।

এনেতে হাতত চিপ্ৰাংখন লৈ ৰজত ওলালহি। বাছাৰ মাকে ক'লে, "ৰজত, শাহুৰেৰক চাবি। অৱস্থা বেয়া।"

"সাধ্যমতেহে চাম আই। মোৰ নিজৰেই টনাটনি।"

বাছাই মন কৰিলে ৰজতৰ বিৰাট দেহটো লাহে লাহে পৰি আহিছে। তাৰ চকুকেইটা বহুত সোমাল। গালত দাড়িবোৰ

জিলিকিছে। চকুকেইটা আগতকৈও ৰঙা হৈছে। মুখত এটা হাঁহি নাই।

"নিজৰো দেহটো চাবি ৰজত। মোৰ তালৈ যাবি, চাউল অলপ আনিবিগৈ।" ৰজতে ক'লে, "বাৰু যাম।"

"অলপ পৰ ৰৈ মাকে ক'লে, "তই এতিয়া কি কৰিবি। আমাৰ খেতিত ধৰিবি নেকি ?"

ৰজতে তাৰ কোনো উত্তৰ নিদিলে।

কেইদিনমানৰ পিছতে সাত লাগিল। সাতৰ কিদিন বাছাৰ মন খুব পৱিত্ৰ লাগে। বাৰী মাকে কঠোৰ ব্ৰত কৰি থকা দেখিলে বাছাৰ মনটো এক অজান সমবেদনাত পমি যায়। সেই কেইদিন সি এক নতুন উৎসাহত ঘৰৰ কাম-বন কৰিবলৈ ল'লে। ৰাতিপুৱা গাখীৰ খীৰায়; গা ধুই কেটলিৰপৰা নিজে চাহ কৰি খায়; গোহালি চাফা কৰে আৰু গৰুক গোতনি খুৱায়। ইয়াৰ বাহিৰেও চিলেটীয়া কুলিটোক চম্ভালা, দোকান পোহাৰ কৰা এইবোৰ আছেই।

বাছাৰ কামত উছাহ দেখি মাকে তাক পথাৰলৈও পথালে। প্ৰথম দিনা পথাৰলৈ গৈ সি দেখিলে কুলিটো চোস্তিয়েই নহয়, সি ফাঁকি দিয়ে আৰু নিয়ম মতে হাল নাবায়। কেতিয়াবা হাল বাবলৈ গৈ কাৰোবাৰ ঘৰত ধপাত খায় নহ'লে ছোৱালীৰ লগত চুপাতি মাৰি বহি থাকে। ঘৰত এই কথা আহি ক'লত বাছাৰ মাকৰ খং উঠিল, তেওঁ কুলিটোক মতাই কথা শুনালে আৰু ক'লে যে যদি ঠিকমতে কাম নকৰে তেন্তে তাক জবাব দিব। গাঁৱত ইতিমধ্যে এটা মত হ'লে যে এই চোস্তি কুলিটোতকৈ বাপুকণেই বহুত ভাল আছিল।

কামত তদাৰক কৰোঁতা ওলোৱা দেখি কুলিটোৱে মাজে মাজে যাওঁ যাওঁ বুলি ভয় খুৱালে। উপায় নাপাই বাছাৰ মাকে বৰমইনালৈ খবৰ পঠালে। কিন্তু বৰমইনাৰ ছুটি নথকা বাবে সি আহিব নোৱাৰা বুলি লিখিলে। কুলিটোৱে ছলকে পালে; সি এতিয়া দেখা-দেখিকৈ কামত ফাঁকি দিবলৈ ধৰিলে। বাছাৰ মাকে নানাভাৱে তিৰস্কাৰ কৰিবলৈ লাগি গ'ল, কিন্তু কোমল অসমীয়া গালিয়ে দেচুৱালীৰ হিয়াত সাঁচকে বহুৱাব নোৱাৰিলে। বাছাই মাকৰ এই পৰাজয়ৰ প্ৰতিকাৰ বিচাৰি কুলিটোক এদিন মাৰিবলৈ ধৰিছিল। কিন্তু মাকে হাক দিয়াত সিও বন্ধ হ'ল।

সাত যোৱাৰ কিছুদিনৰ পিছতে বাছাৰ মাকৰ ঘুৰঘুৰীয়া জ্বৰ হ'ল। জ্বৰ সোনকালে এৰিলে, কিন্তু মাক বহুত হুটিলে। তেতিয়াৰেপৰা তেওঁ বৰমইনাৰ বিয়াৰ কথা বৰ বেছিকৈ চিন্তা কৰিবলৈ ধৰিলে। ছোৱালী ঠিক হুক নহুক, অন্ততঃ অলঙ্কাৰ পাতিবোৰ ঠিকমতে গোটাই থ'ব লাগিব। এই প্ৰসঙ্গতে তেওঁ মহুত দোকানীৰ তাত বন্ধকত থোৱা আঙঠিটো মোকোলাবৰ বাবে ব্যাকুল হ'ল। বাছাৰ হতুৱাই বৰমইনালৈ এখন চিঠিও লেখিলে, টকা বিচাৰি। কিন্তু বৰমইনাই লিখিলে যে তাৰ হাতত টকা নাই, টকা দুই এমাহলৈ পঠিওৱা টান হ'ব। গৰু কিনা ধাৰকে মৰা নাই ; তাতে ইনসিঅ'ৰেন্সৰ প্ৰিমিয়ামো দিব লাগে।

এই চিঠি পোৱাৰ পাছৰেপৰা কি এক উদ্বিগ্নতাত বাছাৰ মাকৰ অসুখ বাঢ়িবলৈ ধৰিলে। এদিন পেটৰ বিষ, এদিন দাঁতৰ বিষ, এদিন মূৰৰ বিষ—কিবা এটা নহয় কিবা এটাই লগ নেৰেই।

খেতি যে এইবাৰ ভাল হ'ব, তাৰ আশা নোহোৱাত পৰিল। বৰমইনাৰ বিয়াখনো এক অনিশ্চয়তাৰ গৰ্ভত। ছোৱালীও ঠিক হোৱা নাই। পৰামৰ্শ লবলৈও কোনো মানুহ নাই। বাছায়ো আজিকালি স্কুলীয়া ভাত নিমিষতে নাপায়। কেতিয়াবা বুঢ়ীয়ে ফুট গধূলিতে বিচনাত উঠিব লাগে। ঘৰখনৰ কামো অকলে চম্পলা তেওঁৰ পক্ষে টান হৈ পৰিছে। গতিকে সোনকালে বিয়াখন পতাৰ চিন্তাই তেওঁৰ সমগ্ৰ মন অধিকাৰ কৰিবলৈ ধৰিলে। মনইতৰ বুঢ়ীৰ টান হোৱাৰেপৰা তেওঁৰ এই চিন্তা তীব্ৰ হৈ আহিল।

সাতৰ পিছৰেপৰা মনব মাকৰো অৱস্থা বেয়ালৈ গ'ল। বুঢ়ীৰ কাহত তেজ পৰিছে। মাজে মাজে তেজ হাগনিও হয়। কাজেই বুঢ়ী এই বাৰিষাটো ৰয় নে নৰয় ঠিক নাই। ঘৰত কোনো নাই। ৰজত আৰু নুমলীয়ে আলপৈচান ধৰি শুশ্ৰূষা কৰোঁতে কৰোঁতে এক লেখিয়া হৈ গৈছে গৈ। বাছাৰ মাকে মুক্ত হস্তে সিহঁতক সহায় দি আছিল। যেতিয়াই যি লাগে তাক ঘৰত নহ'লেও বিচৰাই আনি দিছিল।

বুঢ়ীয়ে সদায় পুতেকহঁতক বিচাৰে। তাকে দেখি ৰজতে কেন্দুকলাইলৈ খবৰ পঠিয়ালে। কিন্তু কেন্দুকলায়ে উকীলৰ ঘৰত ছুটী নোপোৱা হ'ল। সি খবৰ পঠিয়ালে যাওঁতে তাৰ বেলি হ'ব।

এনে বিপৰ্য্যয়ৰ মাজতে ৰজতে খবৰ পালে যে সিহঁতৰ মাটিত ইন্দ্ৰেশ্বৰ মহাজনে কুলি লগাই হাল বোৱাইছে। তাৰ মূৰ গৰম হৈ গ'ল। কেউফালে এক বিৰাট শূন্যতা আৰু হাঁহাকাৰে তাক বেৰি

ধৰিলে। মাটিৰ মোহ অন্তৰত তীব্ৰ হৈ ফুটি উঠিল আৰু সি আপোন মনে কৈ উঠিল, "ইন্দ্ৰেশ্বৰ মহাজন, তোক মই দেখিম। কেনেকৈ মাটি লব মই দেখিম।"

খবৰ পোৱাৰ দিনা সি বলিয়াৰ দৰে হ'ল। সি বুঢ়ীক বিচনাতে এৰিলে। নুমলীৰ হাতত বুঢ়ীৰ পৰিচৰ্য্যাৰ ভাৰ এৰি থৈ সি তাৰপৰা বিষাদ আৰু ক্ৰোধত অস্থিৰ হৈ পৰিল।

নুমলীয়ে সেই দিনা হুৰাওৰাৰে কান্দিলে। বাছাৰ মাক আহি ধমকি দিলতহে তাই মাকৰ গুৰি পালেগৈ। তাই মনে মনে ভাবিছিল —ৰজতে কিবা অঘটন কৰিব।

॥ বাৰ ॥

"তহঁতে মোক খবৰ নিদিলি কেলেই?" ৰজতৰ গাটো উত্তেজনাত থক্ থক্ কৰে কঁপিছিল। তাৰ ৰুদ্ৰমূৰ্তি দেখি বাপেকে সেই পিনেই তাপ মাৰিলে। নুমলীক লৈ পলাই যোৱাৰ পিছত এই পোনপ্ৰথম সি ঘৰলৈ আহিছে। বাপেকহঁতে তাক বিচৰা নাছিল, কুলাঙ্গাৰ আৰু পতিত পুত্ৰৰ মুখ চোৱাতকৈ মৰণেই শতগুণে শ্ৰেয়। ৰজতৰ তৰ্জন গৰ্জনৰ ৰ'ব নোৱাৰি ক'ৰবাৰপৰা ৰজতৰ মোমায়েক আৰু তাৰ পিছে পিছে মাকো ওলালহি।

ৰজতে সিহঁতক দেখি দুগুণ জোৰেৰে সুধিলে, "তহঁতে কিয় মাটি এৰি দিছ! মোক খবৰ নিদিলি কিয়? মোৰ দেহটো ইমান চুৰা হ'ল নে, ঘৰততো সোমাবলৈ নিদিয়ই মাটি টুকুৰাও ৰাখিবলৈ নামাতিলি!"

মোমায়েকে তাৰ মুখৰ ওপৰতে ক'লে, "তোক—চপনীয়াক কোনে খবৰ দি ফুৰিবগৈ। মন থকা হ'লে হেনেও আহিলিহেঁতেন নহয়।"

"মোমাই। চপনীয়া নুবুলিবি দেই।" ৰজতৰ চকুকেইটা ইমান ভয় লগা হৈছিল যে মোমায়েকে সঁচাই দম ললে। ৰজতৰ খং কেনেকুৱা তাক চুবুৰীৰৰ আটায়ে চিনি পায়। ৰজতৰ মাকে ককায়েকক ক'লে, "তই ইয়াৰপৰা যা।"

মোমায়েকে যোৱাৰ কোনো লক্ষণকে প্ৰকাশ নকৰিলে। ৰজতে সোধা প্ৰশ্নটোৰ গুৰুত্ব যে যথেষ্ট আছে তাক সি স্বীকাৰ নকৰি নোৱাৰিলে। ইন্দ্ৰেশ্বৰে গাঁৱৰ মাটি লৈ শেষ কৰিলে। দখল এৰি দিয়া

বান্দে সহজে তাৰ নামত পট্টা হৈ গৈছে। আজি তিনিমাহ হুমিয়াই হুমিয়াই সি এইবাৰ চিলেটীয়া কুলি লগাই হাল জুৰি দিছে।

কিছু সময় কাৰো মুখত কথা নোলালে। মাকে সুধিলে, "তোৰ ভাল নে, বহচোন।"

ৰজতে একো নামাতিলে। মাক-বাপেকৰ ওচৰত সি সৈমান হ'বলৈ অছা নাই। পূৰ্ব পুৰুষৰ মাটি বিচাৰি আহিছে, সেই মাটি কিয় বিনা প্ৰতিবাদে লোকক এৰি দিছে তাকে সুধিবলৈ আহিছে।

বাপেকে তাক সান্ত্বনা দিবলৈ ক'লে, "কিনো কৰিবি, মাটি য়াব লগা আছিল।"

"দখল এৰি দিলি কেলেই?" আকৌ সুধিলে ৰজতে।

"নিদি কি কৰিবি? তয়ো গ'লিগৈ। তথাপি তিনি মাহ ৰখিলো।"

ৰজতৰ বিবেকত খগ্ কৰে আঘাত লাগিল। সি কিয় গ'ল সেই কথা ন'কলে। কিন্তু সি গুচি যোৱাৰপৰা যে বাপেকৰ সহায় নোহোৱা হ'ল সি ধুকুস্। সেই বংশটোত মানুহ হেনো সিয়েই।

"এতিয়াও মাটি নেৰিবিহঁক। মই দেহ দি হ'লেও মাটি ৰাখিম। ৰজত জীয়াই থাকোতে লোকে মাটি ল'ব, ই হ'ব নোৱাৰিব।"

ৰজতৰ আস্ফালন শুনিও বাপেক-মাক আৰু মোমায়েকে কোনো ৰকম উৎসাহ নাপালে। কাৰণ সিহঁতে জানে তাৰ বাহু দুটাৰ জোৰৰ লগত ফেৰ মাৰিবলৈ মহাজনৰ ফালেই আইন আছে। দুটামান কুলিও আছে।

ৰজতে দেখিলে কোনো পিনে আশাৰ পোহৰ নাই। পূৰ্ব পুৰুষৰ মাটি-ভেটিসোপাই সিহঁতৰ হাতৰপৰা গ'ল। ইন্দ্ৰ মহাজন এনা পেচা মানুহ নহয়, ছলে-বলে-কৌশলে সি গাঁৱৰ মাটি নিজৰ হাতলৈ নিয়ে আছে। টকা-পইচা থকা মানুহ, দৰকাৰ হ'লে পুলিচ আনিব পাৰে। মোকৰ্দমা কৰিব পাৰে, আৰু কত কি?

তথাপি তাৰ ভয় নালাগিল; ভয় কৰিবলৈ তাৰ আছেই বা কি? বিয়াৰেপৰা সি কেৱল দুখৰ ওপৰতে চলি আহিছে। লঘোনে-ভোকে, উজাগৰে, বেমাৰীৰ কেঁকনি আৰু মৰিশালীৰ মৰাশৰ স্পৰ্শই তাৰ যুৱীয়া জীৱন মাটি কৰি দিলে, মনৰ স্থিৰতা নাইকিয়া হৈ গৈছে। এতিয়া আশাৰ শেষ সম্বল মাটিকণো গ'ল। সি খাব কি? কৰিব কি! ঘৰ নাই, যোত্ৰও নাই, আশাও নাই একো। কুলেও এৰিলে, আৰু অভিমানত সিও কুলক এৰিলে। সি এতিয়া কুলাঙ্গাৰ। কুলাঙ্গাৰ!

কথাষাৰ ভবাৰ লগে লগে তাৰ অপমানিত অ আহৈ দেও দি উঠিল। ৰণচণ্ডীৰ দৰে তাৰ মন উন্মত্ত হৈ পৰিল। কাকো মাত-বোল নকৰাকৈ সি হঠাতে ঘৰৰপৰা ওলাই আহিল। তেতিয়া বেলি পৰিছে। ওফন্দি অহা দিহা নৈৰ সাঁকোডাল বগাই যাওঁতে তাৰ অনুভৱ হ'ল তাৰ হাত-ভৰিবোৰ কঁপিছে। সিপাৰ হৈ হঠাতে সি সংসাৰৰ সকলো কৰ্তব্যৰ কথা পাহৰি গ'ল। শাহুৱেক মৰিলে মৰক, নুমলী যেনেকৈ আছে তেনেকৈ থকক। কেন্দুকলাই বাপুকণে যি কৰে কৰক। সি কাৰো নহয়। এটা ক্ৰুৰ নিৰ্মম চিন্তাই তাৰ হৃদয় অধিকাৰ কৰিলে।

গাঁৱৰ কাৰোবাৰ ঘৰত সন্ধিয়াৰ ডবা-কাঁহ মাৰিছে। গৰখীয়া-বোৰে গৰু ওভোতাই আনিছে। ডাৱৰে আকাশ ওন্দোলাই পেলাইছে। পৃথিৱীত যেন মৃত্যুৰ ধুমুহা বলিব খুজিছে। বহল বাটটোত ভৰি দিয়াৰ লগে লগে সি কাষৰ হাবিথনত চকামকাকৈ কিবা এটা দেখিলে,— কুকুৰনেচীয়া বাঘৰ জিলিকি থকা এহাল হিংস্ৰ চকু। আজি তাৰ অলপো ভয় নালাগিল। কঁকালতে এখন মিত দা আছিল, টানি উলিয়াই লৈ নিৰ্ভয়ে সি আগবাঢ়ি গ'ল। কালৈকো তাৰ ভয় নাই, কোনেও তালৈ ভয় নকৰে। সেই মুহূৰ্তত তাৰ একমাত্ৰ লক্ষ্য ৰ'ল সেই দৃশ্যৰ মাজত নথকা আন এযুৰি হিংস্ৰ চকুলৈ। সেই চকুযুৰিৰ কথা মনত পৰাৰ লগে লগে সি দাঁত কৰচিবলৈ ধৰিলে আৰু এটা আপাহত মিত দাখনত মুঠি মাৰি ধৰিলে। তাৰ মনত পৰিল সি কেনেকৈ ভাৱনাত এবাৰ ভীম হৈ দুঃশাসনৰ ৰক্ত পান কৰিছিল। সেইদৰে সি ৰক্ত পান কৰিব—

মিত দাখন মুঠি মাৰি সি আগবাঢ়িল। কিমান দূৰ গ'ল, কেনি গ'ল, ক'লৈ গ'ল, কিয় গ'ল, সি একো ক'ব নোৱাৰিলে। টোপনিত উঠি যোৱা মানুহৰ দৰে সি কেৱল গৈ আছে আৰু গৈ আছে। ঘৰ কেতিয়া পাৰ হ'ল, হাবি কেতিয়া পাৰ হ'ল, দলং কেতিয়া পাৰ হ'ল আৰু কেতিয়া গৈ চেউনি আলি উঠিলগৈ তাক সি ক'ব নোৱাৰিলে। চেউনি আলিৰ বহল বুকুত খন্তেক পৰ বৈ সি আকৌ উভতিল। পকৰাই পোৱা মানুহৰ দৰে সি ক'ব নোৱাৰাকৈ খোজ কাঢ়িবলৈ ধৰিলে। তাৰ চেতনা লাহে লাহে ক্ষীণৰপৰা ক্ষীণতৰ হৈ আহিল, হাতৰ মুঠিটো মিত দাখনত টান হৈ উঠিল, অন্তৰখন লাহে লাহে গোট মাৰি শিল হোৱাৰ দৰে হ'ল, আৰু সি ভূতে ফুৰাদি গোটেই নিশা গাঁৱৰ ইমূৰৰপৰা সিমূৰলৈ যাবলৈ ধৰিলে, কোনো ভয় সংশয়ে তাক দমাই ৰাখিব

নোৱাৰিলে। তাৰ অপমানিত আৰু দুখত জৰ্জৰিত আত্মাই কেৱল প্ৰতিশোধৰ তীব্ৰ জুইত নিজক পুৰি চাই কৰি দিব খুজিলে।

অহা বাটে গৈ গৈ সি গাঁৱৰ শেষ পাই পথাৰত ভৰি দিলেগৈ। বহল অনন্ত পাথৰৰ বুকুত দক্ষিণৰপৰা বৈ অহা ব্ৰহ্মপুত্ৰৰ প্ৰৱল বতাহত তাৰ শৰীৰ অলপো কঁপা নাছিল, তাৰ গা শিল যেন হৈ গ'ল। কেৱল অতি প্ৰৱল বতাহ আৰু পথাৰৰ ওখোৰা-মোখোৰা আলিৰ লগত সংগ্ৰাম কৰি আগবাঢ়োতে সি দৃঢ় মুঠিৰে হাতৰ মিত দাখন টানকৈ ধৰিছিল আৰু হিংসুক জন্তুৰে গোজৰা দৰে আপোনাআপুনি গুজৰি কিবা এটি অস্বাভাৱিক, ভয় লগা শব্দ কৰিছিল। ক'লা আকাশখন তাৰ চকুত তেজ ৰঙা হৈ জিলিকি উঠিল ; অন্তৰ এক প্ৰৱল ৰক্ত-তৃষ্ণাৰে ভৰি পৰিল,—যি তৃষ্ণাৰে তাৰ মাটিৰ পিয়াহ পূৰ হয়।

পূৰ্ব পুৰুষবোৰে যেন তাক ক'লে, নেৰিবি। এৰিলে পাপে চুব।

প্ৰবৃত্তিবোৰ বাঘৰ দৰে ভয়াল আৰু হিংস্ৰ হৈ পৰিল। নিশাৰ অন্ধকাৰ ভেদি তাৰ চকুবোৰে হেৰোৱা মাটি চাবলৈ ধৰিলে। যেন তেনে মাটি উদ্ধাৰ কৰিবই লাগিব।

হঠাতে সি এডাল গছত ধৰি বৈ গ'ল। নিষ্পলক দৃষ্টিৰে সি চাই ৰ'ল পথাৰডৰালৈ।

আন্ধাৰৰ মাজে মাজে, মঙহ কাটিলে প্ৰথমতে ওলোৱা বগা ছালৰ ৰঙৰ দৰে এটা ৰঙে আকাশত দেখা দিলে। ৰজতৰ হাতৰ মুঠি দৃঢ় হৈ পৰিল। সেই ফালে চাই চাই সি মন কৰিলে এটা সম্পূৰ্ণ নতুন ৰঙা ৰঙ পৰিছে দূৰত। এই ৰঙ বিধৱাৰ কপালৰ মচ খোৱা সেন্দুৰৰ ৰঙ ; এই ৰঙ কলিজা ফাটি ওলোৱা কেঁচা তেজৰ ৰঙ।

ৰজতে দেখিলে দূৰৰ আকাশৰ ক'লা পৰ্বত এটাৰ বুকু ফালি এটা তেজপিয়া ৰঙা অসুৰ ওলাই আহিছে। সেই অসুৰৰ অত্যাচাৰত পৃথিৱীৰ ধৰ্ম-কৰ্ম, মায়া-মৰম সকলো ধ্বংস হৈছে। সেই দৈত্যই মাকৰ বুকু ছিৰি ল'ৰা-ছোৱালীৰ প্ৰতি থকা মাকৰ মৰম কাঢ়ি নিছে। বাপেক-মাকৰ লগত পুত্ৰৰ বিচ্ছেদ ঘটোৱাইছে, ভঁৰালৰপৰা ধান আৰু হাতৰপৰা মাটি কাঢ়ি নি সি গাঁৱৰ মানুহক জীয়াতে মাৰিছে, অচিন বেমাৰ আৰু অচিন বেথা মানুহৰ দেহত সুমাই দি সি এই পৃথিৱীতে মানুহক নৰকৰ যন্ত্ৰণা দিছে। দৈত্যটোৰ অট্টহাস্যত যেন মানুহৰ বুকু ভয়ত বিদীৰ্ণ হৈছে। দৈত্যৰ ভোজনো নৰ ভোজন। মানুহে সিধা দি দি হায়ৰাণ হৈছে।

হঠাতে তাৰ অনুভৱ হ'ল সি ভীমসেন। ভীম যেনেকৈ নৰবলি হৈ গৈ বকাসুৰক বধি মানুহক তাৰিলে, সিও তেনেকৈ এই দৈত্যটোক বধি পৃথিৱীক উদ্ধাৰ কৰিব। তাৰ হাতৰ মিত দাখন পুৱতিৰ পোহৰত চিক্‌মিকাবলৈ ধৰিলে।

তহঁত গ'লিনে ভালে ভালে।'' বুলি সি ইমান জোৰে টেটু ফালি চিঞৰিলে যে কুলিকেইটা থমকি ৰ'ল। সিহঁত এখোজো আগ নেবাঢ়িল।

এটা মানুহ অৰশ্যে আগবাঢ়ি অলপ দূৰ পাইছিলগৈ। আকাশত ভালকৈ পোহৰ পোৱা নাছিল। মানুহবোৰে চিঞৰত ভয় খাই মাতিলে, "কোন!"

"মই।'' ৰজতৰ মাতটো উত্তেজনাত কঁপিছিল। ছয়াঁ-ময়া পোহৰত ইটোৱে সিটোৰ মুখ দেখা নাছিল।

''কোন মই।'' মানুহটোৱে নিজকে কোনোৰকম চম্ভালি সুধিলে।

''মই তোৰ বাপেৰ। ইয়াৰপৰা গুচি যা। হাল বাবি, মূৰ যাব।'' ৰজতৰ কণ্ঠস্বৰ অসম্ভৱ উত্তেজিত।

মানুহটোৱে অলপ ডৰক ললে, তাৰ পিছত পিছৰ মানুহকেইটাক মাতিবলৈ গৈ দেখিলে, মানুহকেইটাই ভয়ত অহা নাই। তাৰ খং উঠিল, আৰু সিহঁতক ৰিঙিয়াই মাতি ক'লে, ''হাল লগা।''

মানুহ কেইটাই যথানিৰ্দিষ্ট আহি হাল লগালেহি। ৰজতৰ মূৰ ঘূৰি গ'ল। সি অসীম উত্তেজনাত চিঞৰিবলৈ ধৰিলে, ''হাল বন্ধ কৰ।'' সি ফোপাবলৈ ধৰিলে।

তথাপি মানুহকেইটাই ভয়ে ভয়ে হাল জুৰিলে। গৰুকেইটাই হামিয়াই হেকতিয়াই খোজ ধৰিলে। ৰজতে দেখিলে ছাঁয়া মূৰ্তিৰ দৰে হালে-মানুহে সশব্দে ঘূৰাবলৈ ধৰিছে। হাল দুখনহে জুৰিছে। চাৰিটা মানুহে ওচৰতে থিয় দি ৰেহ ৰূপ চাইছে।

ৰজতে আকৌ মাতিলে, ''হাল খোল।''

মানুহকেইটাই কোনো শব্দ নকৰাকৈ মনে মনে ৰ'ল। ৰজতৰ অসহ্য হ'ল। সি অনুভৱ কৰিলে নাঙলৰ ফালে মাটি খনা নাই, তাৰ হিয়াখনহে খান্দিছে। অস্থিৰ হৈ সি প্ৰথম হাল গৰুৰ কান্ধৰপৰা যুৱঁলি নমাই দি মাটিলৈ বগৰাই দিলে। তাৰ পিছৰ হালত সি হাত দিওঁতেই অনুভৱ কৰিলে তাৰ মূৰৰ ওপৰত কিবা টান বস্তু এটাৰ পূৰ্ণহতীয়া কোব পৰিল। তথাপি যুৱঁলি টানি পেলাইহে এৰিলে। কোনো ৰকম

ভৰক লৈ নিজকে চন্তালি সি আকৌ চিঞৰিলে, "গ'লিনে মোৰ মাতিবপৰা।" লগে লগে দেও উঠা মানুহৰ দৰে সি বৈ থকা মানুহ কেইটালৈ চোচা ললে। হাতত মিত দাখন।

তাৰপিছত কি হ'ল সি একো ক'ব নোৱাৰিলে। সি খালি অনুভৱ কৰিলে সি খুব চিঞৰিছে, খুব আঘাত পাইছে আৰু তাৰ ধৰাই খোৱা মিত দাখন অনবৰত ঘূৰিবলৈ ধৰিছে। লাহে লাহে তাৰ দেহ-মন অৱশ হৈ আহিল আৰু চকুৰে একো নমনা হ'ল।

তাৰপিছত সি শুনিলে, "পলা, পলা এই পলা। মানুহ আহিছে।" কিছুপৰলৈ সি একো ক'ব নোৱাৰিলে। মাত্ৰ সি কাৰোবাৰ এটা অস্পষ্ট গোঙনি শুনিবলৈ পালে।

## ॥ তেৰ ॥

পুৱা বাছাই মাকৰ চিঞৰত সাৰ পালে। বাহিৰত কেন্দুকলায়ে তালৈ ৰখি আছিল।

চকু মোহাৰি বাছাই সুধিলে। "কেতিয়া আহিলি?"

কেন্দুকলায়ে ক'লে, "কালি।" কথা কৈ সি চোতালতে বহি গ'ল। তাৰ গাত এটা বুশ্ চাৰ্ট আৰু ভৰিত এটা খাকী লংপেণ্ট। চুলিকোচা বেক ব্ৰাচ কৰা। তাক তেনে অৱস্থাত দেখি বাছাৰ সন্দেহ হ'ল। সি সুধিলে, "কি হ'ল!" সি উত্তৰ দিবলৈ নৌপাওঁতেই মাকে ক'লে, "সাংঘাতিক কাণ্ড হ'ল গম পোৱা নাই।"

"কি?"

"ইন্দ্ৰেশ্বৰ মহাজনক ৰজতে মাৰিলে।" মাকে উত্তৰ দিলে, "সিও বাচেনে নাবাচে ঠিক নাই।"

বাছা অবাক হ'ল। তাৰ মনত অনেক প্ৰশ্ন জাগিল, কিন্তু তেতিয়া উত্তৰ বিচৰাৰ সময় নহয়। এনেতে গাঁৱৰ ঘাই আলিবাটত পুলিচৰ মটৰ গাড়ী ৰোৱাৰ শব্দ হ'ল।

মূৰে কপালে হাত দি কেন্দুকলায়ে কিবা গুনিছিল। এনেতে দৌৰি দৌৰি কোনোবা এটাই ক'লেহি, "কৰিছ কি কেন্দুকলাই। আয়েৰক বাহিৰলৈ উলিয়াবৰ হ'ল।"

কেন্দুকলায়ে এইবাৰ থিৰেৰে থাকিব নোৱাৰিলে। "বাছা মই কি কৰো।" নিঃসহায়ৰ দৰে সি ক'লে।

বাছাও বিমোৰত পৰিল। হঠাতে বাছাৰ মাকে ক'লে, "বাছা, তই ঘৰ ৰখ। মই কেন্দুকলাইক লৈ যাওঁ।"

বাছা ঘৰত অকলে বহি ৰ'ল। আজি তাৰ সঁচাকৈয়ে অকলশৰীয়া অকলশৰীয়া লাগিল। তাৰ অন্তৰখন বিধৱা মানুহৰ দৰে ৰিক্ত যেন অনুভৱ হ'ল। মনৰ মানুহবোৰ এটা এটাকৈ পপীয়া তৰা খহাদি খহি পৰিবলৈ ধৰিছে। মন চোৰ হ'ল। যোগেন পাগলা ফাটেকত পৰিছে। কেন্দুকলাই মানুহ হোৱাৰ বদলি চাকৰ হ'ল। এতিয়া ৰজত গৈ নৰঘাতকী হ'লগৈ। কেন্দুকলাইৰ মাক মৰোঁ মৰোঁ। এইবোৰ কিয় হৈছে সি ক'ব নোৱাৰে।

দূৰৰ আলিবাটত চিঞৰ-বাখৰ শুনা গ'ল। গাঁওখনত আজি যেন কাৰো একো কাম নাই। ইন্দ্ৰেশ্বৰ মহাজনৰ মৃতদেহ চাবলৈ মানুহ ভাগি-ছিগি হৈ আহিছে। ৰজতৰ কথা কোনোৱে বখানিছে, কোনোৱেবা তাৰ শনিৰ দশা পৰিছে বুলি দুখ কৰিছে। কোনোৱেবা আকৌ তাক গালি পাৰিছে।

বতৰটো ৰ'দত বৰ সুন্দৰ হৈ পৰিছে। বহুত দূৰলৈকে কেৱল ধৱল মেঘ। মাজে মাজে বগ উৰিছে. কোৱাই কা কা কৰি বাঁহনিৰ আগত নাচিছে. ক'তো এচাটি বতাহ নাই। খালবপৰা কেঁকোৰা এটা বগাই আহি বালিত ৰ'দ লৈছে। এটা ফেচু চৰায়ে কিবা এটা অচিন চৰাইক খেদি নি নি কোনোবাখিনি পোৱালেগৈ। বাছাৰ অন্তৰ কঁপি গ'ল। চৰায়েও চৰাইক হিংসা কৰে, খায়। এটা বালিমাহী চৰায়ে চোতালত খুদকণ বিচাৰি আন এটা ঘনচিৰিকাৰ ওচৰত পৰি দন্দ কৰিছে। পিৰালিৰ চুকত বোন্দাটোৱে নিগনি পাইনেকি তালৈ বাট চাইছে। চৰা ঘৰৰ বেৰত জেঠি এটাই বগাই অহা আমবলি পৰুৱাবোৰ ধৰি ধৰি খাইছে। আহাৰ বিচাৰি পাৰচৰাইবোৰে ৰুণ্ দিছে।

এটাই আনটোক খোৱাই যেন সংসাৰৰ নিয়ম।

মাক ঘূৰি আহি বাছাক ক'লে, "বুঢ়ী গ'ল।" কোৱাৰ লগে লগে বাছাৰ মুখৰ মাত হৰিল। হঠাতে মাকে ক'লে, "চোতালত বাহী শটো পৰি আছে। নিবলৈ মানুহ নাই।" তাৰপিছত মাকৰ আৰু কথা নোলাল। যি কথা বৰ্ণাব খুজিছিল, তাক সৰু ল'ৰাৰ আগত বৰ্ণোৱা সমীচিন নেদেখিলে। আকাশত শগুণ উৰিছে। দিন দুপৰত মনহঁতৰ ঘৰৰ দাঁতিৰ কঁঠাল জোপাত হুদুৰে মাতিছে।

হঠাতে ক'ৰবাৰপৰা হালবোৱা কুলিটো ওলাই মাতিলেহি, "মাইজী।" তাৰ মুখখন ভয়ত বিবৰ্ণ হৈ আহিছে।

"কি?"

"মই ইয়াত নাথাকোঁ। পইচা দিয়ক। মই যাওঁগৈ।" তাৰ মাতটো কঁপিছে।

"কি হ'ল?"

"বলিয়াটোৱে মাৰিবলৈ গৈছিল।" সি উত্তৰ দিলে, "এডাল লাঠি লৈ খেদি আহিছিল। ইন্দ্ৰ মহাজনৰ লগত আমাৰ মানুহ কেইবাটাও জখম হ'ল। ময়ো ইয়াত নাথাকোঁ।"

"কোন বলিয়া?" বাছাই সুধিলে।

হঠাতে দুপদুপকৈ লাঠি এডাল হাতত লৈ বাপুকণ ওলালহি। পদূলি মূৰত থিয় হৈ সি চিঞৰিবলৈ ধৰিলে, "তই হাল বালে তোৰ মূৰ ফালিম। বামুণৰ মাটি কাক দিয়ে চাম।"

বাপুকণৰ মূৰ্তি দেখি বাছাৰ আৰু বাছাৰ মাকৰ চূতি হেৰাল। তাৰ চুলিবোৰত জট বান্ধিছে। গাত এটা ফটা চোলা। মুখ দাড়িয়ে-গোফে ভোবোকাৰ হৈছে। ভৰি দুটাত খৰে বাহ বান্ধিছে। তাৰ মুখখনত কথা আখৈ ফুটাদি ফুটিছে। তাক দেখি কুলিটো পলাই বাৰীৰ পিছফালৰ বাঁহনি পালেগৈ।

বাছাৰ মাকে মাতিলে, "বাপুকণ..."

বাপুকণে হো হো কৈ অট্টহাস্য কৰিবলৈ ধৰিলে, "বাপুকণ, ক'ৰ বাপুকণ পাইছা আই। মই বীৰা। মাটি ৰখিবলৈ লৈছোঁ। তালৈ আৰু মানুহ নপঠাবা।"

"বাপুকণ। তোক কিহে পাইছে। আয়েৰৰ বাহী শ চোতালত পৰি আছে, নেযাৱ কিয়?" বাছাৰ মাকে বুকুত সাহ বান্ধি ক'লে।

"আই। কোনো কাৰো পুতেক নহয়। আই-ভাই-দদাই জোঁৱাই চব মিছা··জগতখনেই ফাঁকি।"

আৰু কিবা ক'ব খুজিছিল বাপুকণে। ভয়ত মাক পুতেক কোচ খাই গ'ল। এনেতে "মা জগদম্বাই কৃপা কৰক" বুলি হাতত ত্ৰিশূল কমণ্ডলু লৈ পদূলি মূৰত থিয় হ'লহি এক অব্যৰ্থ ভয়দাতা। বাছাই চিঞৰি উঠিল, "বাবা ভোলানাথ, আমাক ৰক্ষা কৰা।"

বাবা ভোলানাথে সঁচাকৈয়ে সিহঁতক ৰক্ষা কৰিলে। বাবাক দেখি বাপুকণৰ আখৈ ফুটাদি ফুটা মুখখন স্তব্ধ হ'ল। সি এই জটাবল্কধাৰী

সংসাৰত্যাগী সন্ন্যাসীলৈ পৰম বিস্ময়েৰে চাবলৈ ধৰিলে। বাবা ভোলানাথে পূৰ্বৰ দৰেই বাঘৰ ছাল পাৰি কঁঠাল-তলত বহি পৰিল। বাছা আৰু বাছাৰ মাকে তেওঁক সাষ্টাঙ্গে প্ৰণিপাত কৰিলে। তাৰপিছত বাবাজীয়ে মোনাৰপৰা ভাঙ উলিয়াই নিশব্দে কুটিবলৈ লাগি গ'ল।

ভাঙ দেখি বাপুকণে পৃথিৱীৰ আন সকলো কথা পাহৰি পেলালে। সি আচৰিত হৈ ভাঙ কুটা সন্ন্যাসীৰ কাৰ্য্য-কলাপলৈ এক দৃষ্টিৰে চাবলৈ ধৰিলে।

বহুত পৰৰ মূৰত ভাঙ চিলিমত উঠিল। বাছাৰ মাকে আনি দিয়া আঙঠা চিলিমত ভৰাই বাবাজীয়ে চিঞৰিলে, "ব্যোম সদাশিৱ।"

বাপুকণ আৰু ৰ'ব নোৱাৰিলে। সি বাবাজীৰ ঠেঙত সষ্টাঙ্গে প্ৰণিপাত কৰি ক'লে, "বাবাজী এহোপা মোকো দিব।"

বাবাজীয়ে হাঁহি তাক ভাঙৰ চিলিমটো আগবঢ়াই দিলে। অকল সেয়ে নহয়, লগত ভাঙৰ টুকুৰা এটাও তাৰ হাতত দিলে। বাপুকণে মনৰ সুখত ভাঙ হুঁপি ভাঙ টুকুৰা লৈ আকৌ অহা বাটে গুচি গ'ল।

বাছাই বাবাজীৰ ক্ষমতা দেখি তবধ মানিলে। বাবা ভোলানাথৰ প্ৰতি আগতকৈও তাৰ শ্ৰদ্ধা হ'ল। সি তাতে থিয় হৈ হঠাতে অদূৰৰ আলিবাটটোত হোৱা চিঞৰ-বাখৰবোৰলৈ কাণ দিলে। পুলিচৰ ভান-খন ষ্টাৰ্ট দিলে। কোনোবাই চিঞৰত গছৰ পাত সৰুৱাইছে। নিশ্চয় মহাজনৰ কোনোবা আৰু ৰজতৰ কোনোবা। ৰজতৰ কোনোবা মানে নুমলী! নুমলীয়ে—ওহোঁ! নুমলী মাকৰ গুৰিত নে গিৰিয়েকৰ গুৰিত! সি থিৰাং কৰিব নোৱাৰি চাবলৈ দৌৰ মাৰিব খুজিলে। তেনেতে মাকে মাতিলে, "বাছা।" বাছাই ৰওঁ নৰওঁকৈ উভতি ৰ'ল। মাকৰ ওপৰত আজি তাৰ খং উঠিল। ইন্দ্ৰেশ্বৰ মহাজনৰ লাচটো আৰু হাতকেৰেয়া লগোৱা ৰজতটোক চাবলৈ তাৰ বৰ ইচ্ছা গৈছিল, কিয় সি ক'ব নোৱাৰে, কিন্তু চাবলৈ নাপালে কিবা এটা হেৰুৱাম বুলি ভাবিছিল। তেনেতে শুনিলে পুলিচৰ গাড়ী যোৱাৰ শব্দ। মানুহবোৰ ভাগিছে।

সি সুধিলে, "কি?"

"ঘূৰি আহ।"

"আই, মই—"

"নালাগে। মৰা মানুহ চাই কি কৰিবি।"

"গোটেই গাঁওখনে চাইছে।"

নালাগে। গুটা আহ।" মাকৰ দৃঢ়স্বৰ শুনি বাছা উভতি আহিল। তেনেতে তালৈ চাই সন্ন্যাসীয়ে ক'লে "বাছা, এই পিনে আহা।"

বাছাই আমন-জিমনকৈ সন্ন্যাসীৰ ওচৰত থিয় হ'লগৈ। বাবাজীয়ে হাঁহি ক'লে, "কি চাবলৈ যাব খুজিছা, বাছা।"

"মহাজনৰ মৰা শ। আৰু ৰজতক—"

বাবাজীয়ে আচম্বিতে হাঁহিবলৈ ধৰিলে। তাৰপিছত ক'লে, পুলিচে লৈ গ'ল দুয়োটাকে। বহাঁ।"

বাছা শান্তভাৱে বহিল! অলপ পৰ ৰৈ সি সুধিলে, "ৰজতৰ কি হ'ব বাবাজী?"

"জেল অথবা ফাঁচি।"

"ফাঁচি!" ভয়ে ভয়ে বাছাই সুধিলে। সি ৰজতক মনে-চিতে ক্ষমা কৰিব নোৱাৰিলে। কিহে পাইছিল তাক মহাজনক মাৰিবলৈ। ইস্। কেনেকৈ কাটিলে মানুহটো। তাৰ অন্তৰত অকণো দয়া নুপজিল নে? ৰজতক সি খুব ভয়াবহ জন্তু এটাৰ ৰূপত দেখা যেন লাগিল। ভাল মানুহ এটা কেনেকৈ বেয়া হ'ল।

বাবাজীয়ে সুধিলে, "বুঢ়া ভকত আছে নে গ'ল?"

"মায়া কি বাবা?"

বাছাই ক'লে, "গ'ল, এইমাত্র বুঢ়ীও গ'ল। আৰু ঘৰখন উচন হ'ল। বৰ পুতেক হ'ল চোৰ। এটা মিলিটেৰীত। এটা—মোৰ বয়সীয়াটো—উকীলৰ ঘৰত চাকৰ। আৰু ছোৱালীজনীয়ে ৰজতক বিয়া কৰাইছিল। তায়ো এতিয়া—"

"বাবাজীয়ে হুমুনিয়াহ চাৰি ক'লে, "এয়ে সংসাৰ চব মায়া।"

"মায়া কি চাবা? বাৰু এখিলা কচু পাত আনা।"

বাছাই এখিলা কচু পাত ছিঙি আনি বাবাৰ হাতত দিলে। বাবাই কমণ্ডলুৰ অকণ পানী বাকি কচুপাতখিলা বাছাক দেখুৱাই ক'লে, "কি দেখিছা।"

"পানী।"

বাবাই কচুপাতখিলা হাতৰপৰা এৰি দিলে। পানীখিনি বাগৰি গৈ মাটিত পৰিলগৈ।

"এতিয়া?"

"একো নাই।"

বাবাজীয়ে হাঁহি ক'লে, "এয়া মায়া,—সংসাৰ। ব্ৰহ্মই আচল, সংসাৰ ফাঁকি। এই আছে, এই নাই।"

বাছাই হঠাতে মন কৰিলে বোন্দোটোৱে তেতিয়াও নিগনিলৈ জোপ লৈ আছে। ইমানবোৰ ঘটনা হ'ল তথাপি তাৰ খবৰ নাই। হঠাতে সি বাবাক সুধিলে, "ৰজতে কিয় মানুহ মাৰিলে ?"

সন্ন্যাসীয়ে ক'লে, "মা জগদম্বাৰ ইচ্ছা।"

"তোমাৰ মা বেয়া মানুহ" বাছাই ক'লে।

সন্ন্যাসীয়ে হাঁহিবলৈ লাগিল আকৌ।

বহুত পৰৰ মূৰত মাকে গা-পা ধুই আহি সন্ন্যাসীৰ ওচৰত বহিলহি। সন্ন্যাসীয়ে ক'লে, "ভাল নে ?" তাতে বাছাও আছিল।

"ভাল নহয়, মাৰি নিয়া হ'লেই ভলে আছিল। সংসাৰ বেয়া হ'ল। শৰীৰ্ পৰিল। খেতি-বাতিও ভাল হোৱা নাই।" দুখত বাছাৰ মাকে ক'লে।

"গাৰ্হস্থ্য ধৰ্ম লৈছে যেতিয়া সকলো দায় নখণ্ডোৱাকৈ কেনেকৈ মৰিবা আই।"

কথাত কথা ওলাই গ'ল। মাকে বৰ-মইনাৰ বিয়াৰ কথা উলিয়ালে। সম্বন্ধৰ কথা কওঁতে সন্ন্যাসীয়ে হঠাতে সুধিলে, "বালি - গাঁৱৰ !"

"হয়। ল'ৰাটো ডাঙৰ, নাম মূৰুলী—"

মূৰুলী।" আচৰিত হৈ সন্ন্যাসীয়ে সুধিলে।

বাছাই ক'লে, "ৰ'ব মই চিঠি দেখুৱাওঁ। মূৰুলী দাদাই খুব ভাল চিঠি লিখে—" বাছাই দৌৰ মাৰি গৈ মেজৰপৰা এজাপ চিঠি আনি সন্ন্যাসীৰ কোলাত পেলাই দিলেহি। সন্ন্যাসীয়ে তাৰে এখন চিঠি লৈ পঢ়ি ক'লে, "বাপেকৰ তেনে খবৰ নাই।"

"নাই। ছোৱালীজনী কিন্তু ভাল হ'ব যেন লাগিছে !"

সন্ন্যাসীয়ে হঠাতে ক'লে, "বিয়া পাতি দিয়ক। ছোৱালীৰ বাপেক সন্ন্যাসী হ'ল।"

"তেখেত যে সন্ন্যাসী হ'ল আপুনি কেনেকৈ জানিলে ?"

"আমি সব জানো, মা —"বুলি সন্ন্যাসী হঠাতে ধ্যানস্থ হ'ল।

কিছুপৰ বৈ সন্ন্যাসীৰ মুখৰ মাত নাপাই বাছাৰ মাক উঠি গ'ল। বাছায়ো গৈ চিধা টেবুলত বহি মূৰুলীলৈ এখন চিঠি লিখিলে। চিঠি-খনত সি লিখিলে, "বাবা ভোলানাথ আহিছে, কৈছে আপোনাৰ দেউতা সন্ন্যাসী হ'ল ; গতিকে আপুনি তুৰন্তে আহক।"

চিঠি লিখি মাকৰ গুৰি পালেগৈ আৰু ক'লে, "আই, মই ডাকঘৰৰপৰা আহোঁতেগৈ মুকুলীদাক মাতি পঠাইছোঁ।"

"হয় নেকি।" বুলি মাকে পাকঘৰৰ চৰুৰ গুৰিৰপৰা উঠি আহিল। ওচৰ পাই ক'লে, "আৰু এটা কথা লেখচোন।"

"কি ?"

"প্ৰভাক লৈ আহিবলৈ কচোন।"

"ধেৎ, বিয়াৰ আগতে ছোৱালী আনে নেকি ?" বাছাই প্ৰতিবাদ কৰিলে।

"একো নহয়, তাই মোৰ কথা লিখি দে। লিখিব, মই যাবলৈ লগ নাই।"

"মিছা কথা ন'কবি দেই। মই আছোঁৱেই নহয়।" অভিমানত বাছাই ক'লে।

"তেন্তে, লেখা সময় নাই বুলি।" হাঁহি বাছাৰ মাকে ক'লে।

"বাৰু। মই চিধা ডাকঘৰলৈ যামগৈ।"

"যাবি।"

ডাকঘৰৰপৰা ঘূৰি আহোঁতে বাছা গাঁৱত সোমাই আহিল। খবৰ পালে ইন্দ্ৰ মহাজনৰ লাচ পুলিচে লৈ গ'ল। ৰজতকো মৰিয়াই-গতিয়াই বান্ধি নিছে। ৰজতৰ লগৰ কেইবাটাও মানুহ গ্ৰেপ্তাৰ হৈছে। ইন্দ্ৰ মহাজনৰ চাৰিটা কুলিৰ ভিতৰত দুটা পলাল, দুটাৰ অৱস্থা সাংঘাতিক মৰে নে বাচে ঠিক নাই।

তাৰ মনটো মৰি আহিল। সি ভাত খাই এপাক টহলিও আহিলগৈ। আহি দেখিলে, মাকে তেতিয়াও ভাত খোৱা নাই। সি সুধিলে, "তই ভাত খোৱা নাই কেলেই ?"

"কুলিটো নাই অহা।"

মাকৰ শুকান মুখলৈ চাই বাছাৰ বেয়া লাগিল। সি তিয়নি এখন গিন্ধি পিছফালৰ হাবিডৰাত সোমাই কুলিটোক পিত্‌পিত্‌কৈ বিচাৰিলে। কিন্তু ক'তো নাপালে।

বহুত পৰৰ মূৰত উভতি আহি সি ক'লে, "আই, তই ভাত খা। সি পলাল।"

"মই খাম বাৰু। তই আগবাঢ়ি যাচোন গৰু হালো নাহিল দেখোন। ই বা ক'ত থৈ আহিল। হালোৱা গ'ল গ'ল গৰু যাব লাগিলে আইধা।"

বাছাত কোনো কথা নকৈ আকৌ গৰুকবিচাৰি গ'ল।

গধূলিলৈ আহি খবৰ দিলেহি যে গৰু ক'তো নাই। গৰু কোনোবাই নিলে, নহ'লে নিজেই ক'ৰবালৈ গ'ল। মাকৰ বুকুখন চিৰিংকৈ গ'ল।

ৰাতিলৈ সন্ন্যাসীক চাবলৈ অহা মানুহে আহি খবৰ দিলেহি বোলে বাপুকণে মাকৰ মৰিশালীৰ ওপৰত ভাং খাই নাচি আছে। বাছাৰ মাক সেইপিনে থৰ হ'ল।

## ॥ চৈধ্য ॥

কিয় জানো সন্ন্যাসীৰ থকা এইবাৰ এসপ্তাহমান হ'ল। এই কেইদিন বাছাহঁতৰ ঘৰত পয়মাল। কুলিটো পলাল, গৰুহাল হেৰাল বিচাৰি বিচাৰি পোৱা নাই। বৰমইনালৈও খবৰ পঠিওৱা হৈছে, যাতে সি আহি কিবা এটা কৰেহি। বাছাই এই কেইদিন সন্ন্যাসীৰ লগত কথা পাতিবলৈকে সময় পোৱা নাই। আনকি কেন্দুকলাইৰ তালৈকো যাব পৰা নাই। মাকেও নুমলীক এষাৰ মাত লগাবলৈ যাব পৰা নাই। সি মাথোন শুনিছে মাকৰ কাজ হৈ গ'লেই কেন্দুকলাইৰ সৈতে তাই উকীলৰ ঘৰলৈ যাব। নহ'লে ৰজতৰ মোকৰ্দমাত উকীলে কাম নকৰিব।

বাছাই খবৰ পালে গৰুহাল চাপৰিত আছে। মাকে তাক মানুহ এটাৰ লগত দেওবাৰৰ দিনা চাপৰিলৈ যাবলৈ ক'লে। সি ততালিকে মান্তি হ'ল। দেওবাৰৰ দিনা পুৱা সাজি-কাচি সি যাবলৈ ওলাইছেহে, এনেতে দেখিলে চাইকেলত টিলিঙা বজাই মুৰুলী ওলাইছেহি।—"

মুৰুলী নমাৰ লগে লগে সি তাক নি সন্ন্যাসীৰ ওচৰ পোৱালেগৈ আৰু ক'লে, "বাবাজী' এয়ে মোৰ মুৰুলী দাদা।—"

সন্ন্যাসীয়ে মুখ তুলি বিস্ময়ত মুৰুলীলৈ কিছু সময় চাই ৰ'ল। বাছাই তেনেতে মন কৰিলে মুৰুলীৰ লগত বাবাৰ চেহেৰাৰ কিছু মিল আছে। কিন্তু ফুটাই একো নকৈ সি ক'লে, "বহক মুৰুলী দাদা। আই আছে। মই গৰু বিচাৰি চাপৰিলৈ যাওঁ। আহোঁতে গধূলি হ'ব।"

মুৰুলীয়ে, "গধূলি হ'ব!"

"অঁ। আপুনি থাকিব।"

"ওঁহো। মই আজি নাথাকোঁ। মায়ে খবৰ কৰিবলৈহে পঠালে। কালিলৈ মাহঁতো অহাৰ কথা।"

"বাৰু ভালেই হ'ব। মই যাওঁ হে।" বুলি বাছা গুচি গ'ল।

মূৰুলীয়ে এইবাৰ সন্ন্যাসীৰ ওচৰত বহি লৈ সুধিলে, "বাবা, দেউতা। সন্ন্যাসী হ'ল বুলি আপুনি কৈছিল বোলে?"

সন্ন্যাসীয়ে করুণ স্বৰে উত্তৰ দিলে, "ঠিকেইতো কৈছিলো।"

"কৰবাত লগ পাইছিলে নেকি?"

"এই প্ৰশ্ন নকৰিবা মূৰুলী। কেৱল যি কৈছো সন্ন্যাসীৰ বাক্য বুলি গ্ৰহণ কৰা।" এই বুলি কৈ সন্ন্যাসীয়ে নিবিষ্ট মনে ভাং কুটিবলৈ লাগিল।

তেনেতে বাছাৰ মাকে মূৰুলীক মাতি নি চাহ খাবলৈ দিলে। লগতে সুধিলে, "মাৰহঁতক নানিলা কেলেই?"

"সন্ন্যাসীজনক চাবলৈ আহিলোঁ। বাৰু বাবাৰ কথা বিশ্বাস হৈছেনে? মূৰুলীয়ে সুধিলে; তাৰপিছত ক'লে, "কয় যদি মাহঁতক আনিম। প্ৰভাও আহো বুলিছে।"

প্ৰভাৰ নাম শুনি বাছাৰ মাক সুখী হ'ল, আৰু ক'লে, সন্ন্যাসীৰ কথা নামানিলে ভুল হ'ব, মাৰহঁতক আনিবা।"

দৰাৰ মাকৰ এই শুভ ইঙ্গিত শুনি মূৰুলী উৎসাহিত হ'ল। সি ক'লে, "আজি মই যাওঁগৈ। কাইলৈ পুৱাই আহিম।"

বাছাৰ মাকে ক'লে, "থকাকৈ আহিবা! গধূলিলৈ বৰমইনাও আহিব।"

আবেলি মূৰুলী গ'লগৈ। ৰাতি বাছাও ঘূৰি পালেহি। সি গৰু নাপালে। দুখে ভাগৰে জৰ্জৰিত হৈ সি শুই পৰিল।

ওৰে ৰাতি সন্ন্যাসীয়ে সেই দিনা শ্লোক মাতি কিবা এটা সাধনা কৰিলে। পুৱালৈ বাছাৰ মাকক মাতি আনি ক'লে,

"আই।"

"কি?"

"এইখন বিয়া পাতা, সকলো শুভ।"

বাছাৰ মাকে আনন্দত সন্ন্যাসীক এটা সেৱা কৰিলে।

দহমান বজাত মূৰুলী, মূৰুলীৰ মাক আৰু প্ৰভা আহি ওলালহি। তেওঁলোকে পোনপ্ৰথম কঁঠাল-তলত গৈ সন্ন্যাসীক লগ ধৰো বুলি ভাবিছিল, কিন্তু বাছাই ক'লে যে সন্ন্যাসী শুইছে, আবেলিলৈকে

জিৰাব, জগাবলৈ হাক দিছে। উপায়হীন হৈ মূকু...ৰ মাক বাছাৰ মাকৰ লগত ভিতৰলৈ গৈ বহি চাহ-তাহ খাই নানা ধৰণৰ মেল মাৰিবলৈ ধৰিলে।

বাছাই দেখিলে প্ৰভা নামৰ ছোৱালীজনীৰ ৰংটো ক'লা গঢ়টো বেয়া নহয়, দুৰ্গাপূজাৰ থনিকৰে কৰা গোঁসানীৰ দৰে মুখখন সুখগোল, চকু দুটাই পিৰিকিয়াই থাকে।

বাছাৰ মাকে ছোৱালীৰ বিষয়ে নানান প্ৰশ্ন কৰি মূকুলীৰ মাকক বিব্ৰত কৰি দিলে। ঢেঁকী দিব পাৰেনে নোৱাৰে, কিমানলৈকে পঢ়িছিল, তাত-সুত বয়নে নবয় ইত্যাদি নানান প্ৰশ্ন কৰি স্কুলীয়া ল'ৰাক পৰীক্ষা কৰাৰ দৰে পৰীক্ষা কৰি বাছাৰ মাকে মনৰ খাতাত মাৰ্ক দিলে। মাৰ্ক যিমান পালে পৰীক্ষাত উত্তীৰ্ণ হয়, ঠিক সিমানেই পালে।

আবেলিৰ জলপান প্ৰভায়ে দিলে। বাছাই প্ৰভাৰ চাহ আৰু চুজিৰ ভূয়সী প্ৰসংশা কৰি তাইৰপৰা আনবোৰতকৈ অধিক সিধা আদায় কৰিলে। জলপান খোৱা শেষ হ'লত সি ক'লে, "ককাইদেৰে কিন্তু বস্তু নোখোজে দেই, উপযাচি দিব লাগিব।"

আটাইকেউটাই হাঁহি দিলে; বাছাৰ মাকে তথাপি ধমকি দি ক'লে, ? "মৰিবলৈ ধৰাটো। কি কৈছ এইবোৰ।"

—"ন'হলে নবৌ এনেয়ে ক্ৰিম নেকি।"

প্ৰভা লাজত মৰি যোৱা যেন হ'ল। তাই চাহ-তাহ নোখোৱাকৈ উঠি লৰ মাৰিলে। বাছাক মাকে ক'লে, "ছোৱালীজনীক কেলেই উৎপাত কৰিছ। আহ অ' আই, লাজ নকৰিবি, চাহ খাহি।"

প্ৰভা কিন্তু নাহিল। বাছাই নিজে গৈ মাতিলেগৈ। তথাপি নাহিল। তেনেতে টিলিঙাৰ মাত শুনি বাছাই খিৰিকিয়েদি চাই ক'লে, "হেৰা, হ'ব লগা নবৌ, চোৱাচোন কোন আহিছে।"

প্ৰভাই কৌতুহল দমন কৰিব নোৱাৰি চাওঁ নেচাওঁকৈ চাই দেখিলে এজন হৃষ্ট-পুষ্ট শকত-আৱত ডেকা, তেজে মুখখন ফুটি যাওঁ ফাটি যাওঁ কৰিছে। সুধিলে, "কোন ?"

"তোমাৰ দৰা।"

প্ৰভা সেইপিনেই তাপ মাৰিলে। লাজত তাই মুখ তুলিব নোৱাৰা হ'ল। ছিঃ ছিঃ কিহে পাইছিল তাইক চাবলৈ। বাছাই ক'লে, "দৰা নহয় পূণিমাৰ জোন।"

মূকুলীৰ মাকে বৰমইনাক দেখিয়েই মৰম সোমাল। ল'ৰাটো নিঘুণী, তাতে ছোট কেৰাণীৰপৰা বৰ কেৰাণী হৈছে। চেহেৰাটো চালে চকু ৰোৱা নহ'লেও দলিয়াই পেলাবলগীয়া নহয়।

বৰমইনাৰ লগত দুষাৰ কথা হৈ মূকুলীৰ মাকে প্ৰভাক বিচাৰি গ'ল, আৰু বঢ়াই-বুজাই তাইক প্ৰকৃতিস্থ কৰিলে। মূকুলীয়ে তেনেতে ক'লেহি, "সন্ন্যাসীয়ে তহঁতক মাতিছে মা, আহ।"

"সন্ন্যাসী উঠিলনে ?"

"ওঁ। সাৰ পালে।"

সন্তৰ্পণে মাক আৰু প্ৰভাক লৈ মূকুলী সন্ন্যাসীৰ গুৰিত থিয় হ'ল। সন্ন্যাসীয়ে একেথৰে মূকুলীৰ মাকলৈ চাই ৰ'ল। কিমান পৰ চাই আছিল ক'ব নোৱাৰি, কিন্তু হঠাতে মূকুলীৰ মাক ধাঁচ কৰে লুটি খাই মাটিত পৰি গ'ল।

মূকুলীয়ে বাছা আৰু বৰমইনাক চিঞৰি মাতি আনি তেওঁক ধৰাধৰি কৈ নি ভিতৰৰ বিচনা এখনত শুৱাই দিলেগৈ। বৰমইনাই মূৰত পানী ঢালিবলৈ লাগিল। প্ৰায় দুঘণ্টামানৰ মূৰত মূকুলীৰ মাকৰ হুঁচ আহিল। তেতিয়া কাষত প্ৰভাৰ বাহিৰে কোনো নাই।

"ভাল পাইছানে মা।"

"পাইছোঁ কিমান সময় হ'ল।"

"গোঁসাই চাকি দিবৰ হৈছে।"

চমু কথোপকথনৰ পিছত তেওঁ আকৌ নিৰৱ হ'ল। মনে মনে ভাবিবলৈ ধৰিলে, এনে কথা সম্ভৱ হ'ব পাৰে নে ? সঁচাকৈয়ে জানো তেওঁ জীয়াই আছে ! ছিঃ ছিঃ তেনেকৈ ভাবিব নাপায় নহয়। কিন্তু মুখখন হুবহু একে। একেবাৰে একে। গালৰ তিলটোও একে ঠাইতে আছে। কি কাণ্ড ! ছি ঃ বিধৱা মানুহে এনে কথা ভাবিবও নাপায়।

"মা তোৰ কি হৈছিল ?"

"দেউতাৰক মনত পৰিছিল।"

প্ৰভাই একো নামাতিলে।

অলপ পৰ বৈ মাকে ক'লে, "সন্ন্যাসীয়ে তোক কিবা ক'লে নেকি ?"

"ওঁ"

"ক'লে, আই এয়ে তোমাৰ ঘৰ ।…"বাকীখিনি ক'ব নোৱাৰি প্ৰভা বৈ গ'ল। তাইক লাজে হেঁচা মাৰি ধৰিলে। সন্ন্যাসীয়ে

কেছিল, "এয়ে তোমাৰ বৰ" বৰমইনালৈ দেখুৱাই তেওঁ কথাকেইষাৰ কৈছিল।

প্ৰভাৰ মাকে সুধিলে, "মোৰ কথা কিবা কৈছিল নেকি?"

"ওহোঁ। ক'লে মাৰ মূৰ্চ্ছা গৈছে, ভাল হ'লে মাতিবা।"

"মা বুলিছে!" সন্দেহত প্ৰভাৰ মাকে ক'লে।

"অঁ।"

একো বুজিব নোৱাৰি প্ৰভাৰ মাকে নিৰৱে প্ৰাৰ্থনা কৰিলে, "ভগৱান, মোক আৰু কিমান পৰীক্ষা কৰিবা? তেৰেঁই এওঁ নেকি মোক কোৱাঁ?"

ভগৱানে একো নক'লে। ভগৱান বোবা।

তেনেহলেতো বাহিৰৰপৰা সন্ন্যাসীৰ শ্লোকৰ শব্দ আহি তেওঁৰ কাণত পৰিলহি:

ব্ৰহ্মাণ্ডে যে গুণা সন্তি, তে তিষ্ঠন্তি কলেবৰে।
পাতাল ভূধৰা লোকা আদিত্যাদি নবগ্ৰহাঃ।।....

মূৰুলীৰ মাকৰ ভাব হ'ল, সন্ন্যাসীৰ শ্লোক মতাৰ ভঙ্গীও যেন হেৰোৱাজনৰ দৰে, একেবাৰে একে। কিন্তু কি কৰিব, কাক ক'ব মনৰ দুখৰ কথা! হেৰোৱা পতিক......ছিঃ ছিঃ কি ভাবিছে তেওঁ।

সন্ন্যাসীয়ে কেনেকৈ জানিলে যে গিৰিয়েক মৰা নাই, সন্ন্যাসী হ'ল। ধ্যানৰ বলেৰে জানিলে নে লগ পাই আহিছে। নে তেওঁ নিজেই সেই সন্ন্যাসী, আত্মগোপন কৰি আছে। সন্ন্যাসীৰ ধৰ্মই হ'ল নিজক লুকাই ৰখা।

বহুত সময় তেওঁ ভাবি-চিন্তি বিচনাতে ৰ'ল। তাৰপিছত উঠি গৈ গা ধুলে। এবাৰ কিবা এটা কৰিবলৈ বৰমইনাক বিচাৰিলে। বাছাৰ মাকে ক'লে, "বৰমইনা বাহিৰলৈ গৈছে।"

মূৰুলীৰ মাকে একো উত্তৰ নিদিলে। বাছাৰ মাকে উপযাচিয়েই ক'লে, "বাছা মূৰুলীৰ সৈতে গাঁৱলৈ গৈছে। প্ৰভা বাৰান্দাতে আছে।"

বৰমইনাই মহত দোকানীৰপৰা মাকৰ নিৰ্দেশ ক্ৰমে আঙঠিটো মোকোলাই আনিবলৈ গৈছিল; আৰু বাছাক কেন্দুকলায়ে মাতি পঠাইছিল, সি যাওঁতে মূৰুলীকো লৈ গ'ল।

বিশেষ কথা নকৈ বাছাৰ মাক গোঁসাই ঘৰত চাকি দিবৰ বাবে উঠি গ'ল। মূৰুলীৰ মাকে পাকঘৰৰ ওচৰতে থকা ঢেঁকীশালত বহি সন্ন্যাসীৰপৰা আচল পৰিচয় লবৰ উপায় কি তাক গুণিবলৈ ধৰিলে।

কাৰো লগত কথা পাতিবলৈ লেশ মানো তেওঁ আগ্ৰহ প্ৰকাশ নকৰিলে।

বৰমইনাই যদি কিবা সূত্ৰেৰে সন্ন্যাসীৰ আত্মপৰিচয় লব পাৰে তেন্তে হয়তো তেওঁৰ সন্দেহ মাৰ যাব। কিন্তু বৰমইনাও নাই। ভবাৰ লগে লগেই তেওঁ শুনিলে বাহিৰত বৰমইনাৰ মাত। লাহে লাহে তেওঁ ঢেঁকীশালৰপৰা উঠি বাহিৰ বাম পালেগৈ, তাৰপৰা বাৰান্দাৰ ফালে গৈ বৰমইনাক মাতিব খোজোতেই এটা দৃশ্য দেখি তেওঁ দুৱাৰৰ আঁৰতে ৰৈ পৰিল। যি দেখিলে তাৰ ফলত তেওঁৰ অন্তৰ আনন্দত দুৰু দুৰু কঁপিবলৈ ধৰিলে। বৰমইনাক সুধিব লগা কথা তেওঁ পাহৰি গ'ল।

বৰমইনাই আহোঁতে সন্ন্যাসীক এবাৰ মাত দি যেতিয়া চোতাল পালেহি, তেতিয়া দেখিলে নিৰ্জন বাৰান্দাত বহি জোনাকৰ বিমল কিৰণত আনমনা হৈ প্ৰভাই আপোন মনে আকাশৰ তৰা লেখি আছে। বৰমইনাৰ খোজ থৰ হৈ গ'ল। বৰমইনাই একে থিৰে তাইক চাবলৈ ধৰিলে।

ঠিক তেনে অৱস্থাতে মুকুলীৰ মাকে তাক দেখিছিলহি।

লাহে লাহে তাৰ শিৰৰ তেজ উত্তপ্ত হৈ বিজুলী সঞ্চাৰে ববলৈ ধৰিলে আৰু এক অবুজ মৰমৰ দৃষ্টিৰে সি তাইৰ ৰূপৰাশি পান কৰিবলৈ লাগিল। প্ৰভাই একো ক'ব নোৱাৰে। যেতিয়া ৰৈ থকা অসহ্য হৈ উঠিল তেতিয়া বৰমইনাই মাতিলে, "প্ৰভা।"

প্ৰভাই উচপ খাই উঠি পৰিল আৰু স্নিগ্ধ চকুযুৰিৰে বৰমইনাৰ ফালে চাই চকুযুৰি তুলি আনিব নোৱাৰা হ'ল। তাই আঁতৰি যোৱাৰ কোনো লক্ষণ প্ৰকাশ নকৰিলে। বৰমইনাই একেবাৰে ওচৰত থিয় দি সুধিলে, "আই ক'ত প্ৰভা।"

বৰমইনাৰ মাতটো গলি গৈছিল। তাৰ চাৱনিত প্ৰভা সিজি গ'ল, ক'লে, "গোঁসাই ঘৰত চাকি দিছে?"

"তোমাৰ মাৰৰ ভাল হৈছে নে?"

"ওঁ।"

বৰমইনা খন্তেক ৰ'ল; সুধিলে, "আমাৰ গাঁওখন কেনে লাগিছে?"

প্ৰভা তেওঁৰ ছোৱালী, তাই বুজিছিল, দুদিনৰ পিছত এইখন তাইৰ ...ৰ হ'ব,—সেয়ে ক'লে, "খুব ভাল।"

"মানুহবোৰ।"

"তাতোকৈও ভাল।"

"ইয়াত থাকিবা নে।"

এইবাৰ প্ৰভা আৰু ৰ'ব নোৱাৰিলে, তাই ভিতৰ সোমাব খুজিলে। অৱস্থা বিষম দেখি বৰমইনাই মাতিলে, "হোৱাচোন এই আঙঠিটো, আইক দিয়াগৈ। প্ৰভা উভতি আহিল আৰু বৰমইনাৰ হাতৰপৰা আঙঠিটো ললে। লওঁতে বৰমইনাৰ হাতখন প্ৰভাৰ হাতত লাগিলত তাই এনেয়ে এবাৰ চিঞৰি উঠিল। আঙঠিটো লৈ তাই তাত আৰু নৰ'ল, দৌৰ মাৰি গোঁসাই ঘৰ পালেগৈ।

বৰমইনাৰ অনুমান হ'ল প্ৰভাই তাৰ অন্তৰত সিন্ধি খানি মৰমৰ পেৰাটো চুৰ কৰি লৈ গ'ল। তাই গভাইত চুৰুনী।

হঠাতে গোঁসাইঘৰত প্ৰভাৰ বালাৰ শব্দ শুনি বৰমইনাৰ কৌতূহল হ'ল। অলপ আগলৈ গৈ বেৰৰ জলঙাইদি সি জুমি যি দৃশ্য দেখিলে তাক দেখি তাৰ সৰ্বশৰীৰ ৰোমাঞ্চিত হৈ গ'ল।

প্ৰভাই তাৰ মাকক আঙঠিটো দিব খুজিলত মাকে ক'লে, "মোৰ হাত আজবি নাই, তয়ে থচোন।"

প্ৰভাই সুধিলে, "ক'ত থম।" মাকে ক'লে, "হাততে সুমাই থচোন বাৰু।" কথাষাৰ কোৱাৰ লগে লগে তাইৰ মুখত এটা ছেপা হাঁহি ফুটি উঠিল। তাই লাজত মৰি যোৱা যেন হ'ল। বৰমইনাৰ মাকে তেতিয়া চাকি দি অতাইছিল। তাইৰ হাঁহি শুনি নিজেও মিচিকিয়াই হাঁহি তাইৰ ওচৰলৈ গৈ প্ৰথমতে তাইৰ হাতৰপৰা আঙঠিটো লিৰিকি বিদাৰি চাই স্বস্তিৰ নিশ্বাস পেলালে। তাৰপিছত প্ৰভাৰ সোঁহাতখন মৰমতে টানি আনি অনামিকা আঙুলিত একৰকম জোৰ কৰিয়েই আঙঠিটো পিন্ধাই দিলে। প্ৰভাৰ সকলো প্ৰতিবাদ নিষ্ফল হ'ল। তাই বিমোৰ হৈ ক'লে, "কি কৰিলে আই, মাই মোক খং কৰিব।" কিন্তু সেই প্ৰশ্নৰ উত্তৰ ভাবী শাহুৱেকে দিবলৈ নৌ পাওঁতেই প্ৰভাৰ মাকে গোঁসাই ঘৰৰ দুৱাৰ মুখত গম্ভীৰভাৱে থিয় হৈ ক'লে "মই খং কৰিম কিয়? সেইজনীয় তো আয়েৰহে। সেৱা এটা কৰ।"

প্ৰভাই সেৱা কৰাৰ লগে লগে গাঁৱৰ ডিম্ব বাপুৰ ঘৰত সন্ধিয়াৰ ডবা কাঁহ বাজি উঠিল। বৰমইনাৰ মনটো গমি নাইকিয়া হৈ যাব খুজিলে। প্ৰভাৰ চকুতো এটা হাঁহিৰ বিজুলী খেলি গ'ল। তাই থিৰ হৈ একে ঠাইতে বৈ হাতৰ আঙঠিটো পিটিকিবলৈ ধৰিলে। বৰমইনাই

এইবাৰ তাইক হে...হ পলুৱাই চালে ; তাইৰ চকুযুৰি তুলসীপতীয়া, নাকটো বেজীৰ দৰে জোঙা, গাল চেলাউৰিযোৰ কুশবনৰ দৰে পাতল, নাকটো বেজীৰ দৰে জোঙা, গাল দুখন বাতি দুটাৰ দৰে পূৰ আৰু হাঁহিটো মিঠা আমৰ দৰে সোৱাদ। বৰণটো ক'লা যদিও চিক্‌চিকিয়া। বৰমইনাই তাইক মনৰ পটত আঁকি ললে। বিয়াৰ কথাত লগা ভয়বোৰ নিমিষতে আঁতৰ হৈ গ'ল।

বৰমইনাই কিছুপৰ থিয়া-থি কৰি থকাৰ পিছত হঠাতে এটা মৃদু তিৰস্কাৰ শুনি চক্ খাই উঠিল। "এইজনীৰ লাজটো। মাতিবলৈ ইমান লাজ নে ?" ভাবী শাহুৰেকৰ মাত। সি বুজিলে তাক চাহ খাবলৈ মাতিবলৈ আহিবলৈ প্ৰভাৰ লাজ লাগিছে। তাৰ সহানুভূতি হ'ল, সি নিজেই ভিতৰত শুনাকৈ ক'লে, "চাহ হৈছে নেকি !"

"অঁ আহাঁ।" বুলি ভাবী শাহুৰেকে মাত লগালে।

বৰমইনাই ভিতৰত গৈ চাহ খালেগৈ। চাহ খাই অতোৱাৰ পিছত মাকৰ আদেশ ক্ৰমে প্ৰভাই আহি তাক ঠাইতে সেৱা কৰিলে। বৰমইনাৰ বুকুখন দুহাত ফুলি গ'ল।

তেনেতে বাহিৰত বাছাহঁতৰ মাত শুনা গ'ল। খঙত কোৱাদি কৈছে, "উকীলটোৰ একো বিবেচনা নাই।"

বৰমইনাই ওলাই গৈ সুধিলে, "কি হ'ল বাছা ?"

"এঃ নকবা আৰু। মাকৰ কাজ আছে, উকীলে নুলমীক মাতি পঠাইছে। কাম নকৰিলে বোলে ৰজতৰ হৈ ওকালতি নকৰে। লগতে তাকো মাতিছেহে।"

"কাক ?"

"কেন্দুকলাইক। তাই কান্দি-কাটি যাবলৈ ওলাইছে কাইলৈ। সি নাযায়।"

"এইবোৰ মানুহ নহয়।" বৰমইনাই খঙত ক'লে। কোৱাৰ লগে লগে মন কৰিলে মূৰুলীয়ে মুখখন সেমেনা-সেমেনি কৰিছে। বৰমইনাই হয়তো নাজানে মূৰুলীৰ লগত উকীলৰ কেনে বন্ধুত্ব। কেৱল বাছাই বুজিলে যে কথাটো বেয়া হ'ল ; কিন্তু উকীলক তিৰস্কাৰ কৰাটো সি অনুচিত বুলি নাভাবিলে। মানুহ হ'লে অলপ বিবেচনা থাকিলহেঁতেন।

## ॥ পোহৰ ॥

মূৰুলীৰ মাকে বৰমইনাক সন্যাসীৰ পৰিচয় লবলৈ ক'ম ক'ম বোলোতেই গ'ল। জীয়েকক আঙঠি পিন্ধোৱা চাওঁতেই সময় অন্ত পৰিল। জীয়েকৰ লগত বৰমইনাৰ চিনাকি হোৱা দৃশ্য চায়ো বুঢ়ীৰ মন খন্তেকলৈ আপোন পাহৰা হৈছিল। কিন্তু নিশা পাটীত পৰোতে সন্যাসীৰ মুখখন চেৰেং চেৰেংকৈ মনত পৰিবলৈ ধৰিলে। মন পাতলাবৰ বাবে বাছাৰ মাকক সকলো সন্দেহৰ কথা ক'লে।

তেওঁৰ কথা শুনি বাছাৰ মাকে ক'লে, "অসম্ভৱ কথা।"

মূৰুলীৰ মাকে কিছুপৰ নিতাল মাৰিলে, কিন্তু তেওঁৰ মনে কোনোৰকম সেই কথা স্বীকাৰ নকৰিলে। যিমানে মনক বুজাবলৈ চালে লোকৰ মানুহক নিজৰ গিৰীয়েক বুলি ভবা ভুল, সিমানেই তেওঁৰ মনৰ সিপাৰৰ গহন বনৰপৰা কোনোবাই যেন ৰিঙিয়াই ক'লে, "তোৰ-জন এইজনেই।"

লগে লগে তেওঁৰ অন্তৰত পূৰ্ব স্মৃতি উথলি উঠিল। জীয়েকৰ দৰা ঠিক হ'ল যেতিয়া আজি মনটো তেওঁৰ বহুত মুকলিও হৈ পৰিল। সেই কাৰণে বহুত দিনৰ মনৰ সন্দেহ এটি আজি ভাবী বিয়নীক খুলি ক'বলৈ বাধ্য হ'ল। তেওঁ যিদিনা শিৰৰ সেন্দুৰ মচে, সেই দিনা তেওঁলোকৰ মুখত সোপা দিবৰ বাবেহে মচিলে। আচলতে তেওঁৰ মনত সদায় ভাব আছিল যে গিৰিয়েক ঘূৰি আহিব। তেওঁ আত্মহত্যা কৰা নাই, আৰু আত্মহত্যা কৰিব লগা কোনো কাৰণো নাছিল। তেওঁ সন্যাসী হৈ যোৱাই সঁচা। এইবোৰ কথা তেওঁ দেওৰেকহঁতক কৈছিল, কিন্তু দেওৰেকে বাৰ বছৰ বৈ বৈ ভাগৰি পৰিছিল। সেই কাৰণে জুমুধি পুৰি থৰি দি গিৰিয়েকৰ শৱ-সংস্কাৰ কৰিলে। লগে লগে তেওঁৰ শিৰৰ সেন্দুৰ মচ খাই গ'ল।

এইবোৰ কথাৰ লগতে প্ৰভাৰ মাকে দৃঢ়ভাৱে ক'লে যে সন্যাসীৰ মুখখন গিৰিয়েকৰ মুখৰ লগত একেবাৰে একে, আৰু মাতটোৰো অদ্ভুত মিল। সেইবাবে তেওঁৰ ইচ্ছা, সন্যাসীক ভালদৰে সুধি কথাটো উলিওৱা যাওক।

কথা শুনি বাছাৰ মাকে বহুত সময় নিৰৱে ৰ'ল, তাৰপিছত ক'লে, "ওহোঁ। হ'বই নোৱাৰে। হোৱা হ'লে বাবাই নিজেই চিনাকি দিলেহেঁতেন। আমাৰ তেওঁ বৰ আপোন মানুহ।"

মূৰুলীৰ মাক ক'লে, "সন্ন্যাসীয়ে উপযাচি চিনাকি নিদিয়ে। নহ'লে তেওঁ কিয় মোলৈ তেনেকৈ চাব—আপোনাৰে শপত।" বুলি তেওঁ অথনি সন্ন্যাসীয়ে তেওঁলৈ একেথৰে চাই থকাৰ কথা ক'লে।

বাছাৰ মাকে প্ৰমাদ গণিলে, এইবোৰ কথা সন্ন্যাসীক সোধা মানেই কেলেঙ্কাৰী বঢ়োৱা। সন্ন্যাসীয়ে নহয় বুলি ক'লে ভালেই, যদি কেনেবাকৈ হয় বুলি কয় তেন্তে সৰ্বনাশ। তেওঁ সেই বিপদখন কান্ধত চপাই ল'ব নোখোজে। মূৰুলীৰ মাকৰ ওপৰত তেওঁৰ খঙো উঠিল। মৰা মানুহক এনেকৈ বিচৰা তেওঁৰ ভাল হোৱা নাই। বাছাৰ মাকে ক'লে, "এইবোৰ চিন্তা এৰক। এতিয়া বুঢ়ী হ'ল এনেকৈ ভবা দিন আৰু নাই।"

তেতিয়া ৰাতি এক দুই মান বাজিছে। শিয়ালে হোৱা দিছে, জিলিয়ে অবিৰাম সঙ্গীত তুলিছে আৰু ছাগলীয়ে হেম্বেলিয়াইছে। তেনেতে হঠাতে কঁঠাল-তলৰপৰা সন্ন্যাসীৰ গম্ভীৰ স্বৰ আহি দুয়োৰে কাণত বাজিবলৈ ধৰিলে।

কালী তাৰা মহাবিদ্যা ষোড়শী ভুবনেশ্বৰী।
ভৈৰৱী ছিন্নমস্তা চ বিদ্যা ধুমাবতী তথা॥
বগলা সিদ্ধবিদ্যা চ মাতঙ্গী কমলাত্মিকা।
এতা দশমহাবিদ্যাঃ সিদ্ধিবিদ্যাঃ প্ৰকীৰ্তিতা॥

শ্লোকটো শুনাৰ লগে লগে মূৰুলীৰ মাক শুই থাকিব নোৱাৰিলে। তেওঁ উঠি বহিল। বাছাৰ মাকে বিৰক্ত হৈ ক'লে, "হ'ল কি আপোনাৰ।

"সাইলাখ একে মাত! এই শ্লোকটোকে তেখেতে পঢ়িছিল সদায়। হেৰি কাবৌ কৰিছো বলকছোন যাওঁ, তেখেতক কথাটো সোধাগৈ।"

সেই বিহ্বল স্বৰ শুনি বাছাৰ মাকৰ খং উঠিল, সমবেদনাও হ'ল। এই বয়সত এনে বিহ্বলতা অশোভনীয়। এই বয়সত পুৰুষ নহ'লেও তিৰোতা মানুহ চলিব পাৰে; কিন্তু বিধাতাৰ মনৰ গতি বুজা টান, সঁচাকৈয়ে যদি গিৰিয়েক আছে, তেন্তে মৰা বুলি ধৰাটোও জানো কম কথা—। বাছাৰ মাক দোমোজাত পৰিল আৰু ক'লে, "আপুনি শোৱক। মই পুৱাই বাবাক সকলো সুধিম। তেওঁ মোক নাভাৱে। আপুনি শোৱক।"

এই কথা কৈ বাছাৰ মাক সিকাতি হৈ শুই পৰিল। অলপ পিছতে তেওঁৰ টোপনি গ'ল। কিন্তু মূৰুলীৰ মাক শুব নোৱাৰিলে। ৰাতিৰ

প্ৰত্যেকটো মুহূৰ্ত তেওঁ নিশব্দে যন্ত্ৰণাত আৰু অপেক্ষাত কটাবলৈ ধৰিলে। পুৱাৰ লগে লগে তেওঁ জীৱনৰ হেৰোৱা মানুহজনক ঘূৰাই পাব বুলি আশা কৰিলে। পুৰুষৰ সান্নিধ্যৰ বাবে বিধৱাৰ সুপ্ত যত কামনা সকলো যেন সেই নিশা হঠাতে তেওঁৰ ভিতৰত প্ৰজ্বলিত হৈ পৰিল। এবাৰ ভাবিলে সন্ন্যাসীয়ে তেওঁক চিনি পাইছে, হয়তো পৰিচয় দিবৰ বাবে সুযোগলৈ অপেক্ষা কৰিছে।

বহুত দূৰৰপৰা "সহুদেউ কি কহ কহ" বুলি এটা চৰায়ে মাতি উঠিল। তাৰপিছতে সাৰে থকা বনৰ জিলি আৰু বেঙকেইটাই অনন্ত কনচাৰ্ট আৰম্ভ কৰিলে। ফেউৰা এটায়ো ভয়ত আৰ্তনাদ কৰি উঠিল।

পোহৰ হোৱাৰ লগে লগে লাজ-মান কাটি কৰি থৈ মূৰুলীৰ মাক উঠি পৰিল। বাছাৰ মাকৰ তেতিয়াও টোপনি। তেওঁ সন্তৰ্পণে উঠি গৈ, দুৱাৰ-দাং খুলি বাহিৰৰ চোতাললৈ লাহে লাহে আগবাঢ়ি গ'ল। এটা ঘনচিৰিকাই মাতিছে। কেইটামান বালিমাহী চৰায়ে চোতালত নাচিছে। কঁঠালজোপাত কাউৰীয়ে কা কা কৰিছে।

পোহৰে গছ-পাতবোৰ মণিবপৰা কৰিছে। হাতত সাৰে ভৰিত সাৰে মূৰুলীৰ মাক সন্ন্যাসীৰ ওচৰলৈ খোজ ললে। প্ৰতি খোজে খোজে তেওঁৰ অনুমান হ'ল যেন তেওঁৰ জীৱনৰ পৰম মুহূৰ্ত আহি উপস্থিত হৈছেহি। এইবাৰ তেওঁ হেৰোৱা ৰতন ঘূৰাই পাব। সন্ন্যাসীৰ ভৰিত পৰি তেওঁ ক'ব, "আহক ঘূৰি আহক। অভাগিনীক কিয় এনেকৈ যাতনা দিছে। মোৰ মুখলৈ চাই ঘূৰি আহক।" তেওঁৰ ধাৰণা হ'ল সন্ন্যাসীয়ে তেওঁৰ কথা শুনি ঘূৰি আহিব আৰু আকৌ সংসাৰ কৰিব তেওঁৰ বৈধব্য যন্ত্ৰণা শেষ হ'ব। প্ৰথম নিশাৰ চুমাটিৰ দৰে এটি এটি তপত চুমা হয়তো তেওঁ আজি তেওঁৰ মুখত আঁকি দিব নাৰী–হৃদয়ৰ কথা বুজি। অত বছৰ বৈধব্য ক্লেশত তেওঁৰ সকলো প্ৰবৃত্তি সুপ্ত হৈ আছিল, আজি হঠাতে গিৰিয়েকক লগ পোৱাৰ আশা হোৱাত তেওঁৰ সকলো জাগি প্ৰবৃত্তি আকৌ উঠিল।

লগ পোৱাৰ আৰু পুনৰমিলনৰ আনন্দত মূৰুলীৰ মাকৰ সৰ্বশৰীৰ ৰোমাঞ্চিত হৈ পৰিল। বৰমইনাই অথনি প্ৰভাক যেনেকৈ বিমুগ্ধ নেত্ৰে চাই আছিল, গিৰিয়েকও আজি হয়তো তেওঁক সেইদৰে চাই থাকিব। এইবাৰ তেওঁ মূৰ্চ্ছা নাযায়। যাবই বা কেলেই? এইবাৰ তেওঁ সংকল্প কৰি আহিছে। আজি গিৰিয়েকৰপৰা তেওঁ অতদিনৰ প্ৰাপ্য সকলো আদায় কৰি ল'ব।

খোজে পতি তেওঁৰ আশা বাঢ়ি গ'ল আৰু লাহে লাহে পাতল পাহৰত গৈ কঁঠাল-তলত জ্বলি থকা জুইকুৰাৰ ওচৰ পালেগৈ। কেউফালে চকু ফুৰাই অস্ফুট স্বৰে মাতিলে, "কোন আছে!" বহুত পৰ গ'ল। কোনেও উত্তৰ নিদিলে। তেওঁ আকৌ মাতিলে, "হয় নে, অভাগিনী আহিছো, মাত দিয়ক।" তথাপিও উত্তৰ নাহিল। মুকলীৰ মাকৰ মূৰ আচন্দ্ৰাই কৰিবলৈ ধৰিলে। হঠাতে তেওঁৰ তলৰ পৃথিৱীখন তল-ওপৰ হৈ ঘূৰিবলৈ লাগিল। তাই—"এইবাৰ মাতকচোন" বুলি চিঞৰি ধাঁচ কৰে মাটিত পৰি গ'ল।

সন্ন্যাসী তথাপি নাহিল। এইবাৰ মাতো নিদিলে।

## ॥ ষোল ॥

ধান খেতি চপাবৰ সময়ত বাছাৰ মাকৰ মন মৰি গ'ল। এইবাৰ খেতি আধা নাজি হ'ল। কুলিটো পলাল, গৰুহাল হেৰাল, কাজেই ডাঙৰী খুব তাকৰ পালে। তেতিয়াৰেপৰা বাছাৰ মাকৰ মন ঘূৰিল। ভৱিষ্যতে কুলি নলগাও বুলি শপত খালে আৰু মনহঁতৰ ঘৰৰে কোনোবা এটাক মাটি চমজাই দিবলৈ থিৰাং কৰিলে। সেই কাৰণে তেওঁ পদে পতি মনৰ, কেন্দুকলাইৰ আৰু ৰজতৰ খবৰ কৰিবলৈ লাগিল। ন মিতিৰৰ হতুৱাই হেঁচা দিয়াই উকীলকো খাটিলে যাতে ৰজতৰ মোকৰ্দমাটো ভাল হয়। কিন্তু কাছাৰীৰপৰা দিনক দিনে বেয়া খবৰহে আহিবলৈ ললে। ৰজতে পুলিচ, হাকিম, জজ সকলোৰে আগত কৈছে বোলে সি ইন্দ্ৰেশ্বৰ মহাজনক কাটো বুলিয়েই কাটিছে। উকীলে শিকায়ো তাৰ কথা লৰচৰ কৰিব নোৱাৰিলে; কাজেই তাৰ কি হয় ঠিক নাই। মন মুকলি হ'বলৈ বেছি দিন আছে। কেন্দুকলাই নগৰত আছে।

ইতিমধ্যে বৰমইনাৰ বিয়াখনো চমু চাপি আহিল। বহাগ মাহৰ ২৭ তাৰিখে বিয়া পাতিবৰ বাবে দুয়ো ঘৰে কথা পকাপকি কৰিছে। বাছাৰ মাকে অনুভৱ কৰিলে যে তেওঁৰ দেহাৰ অৱস্থালৈ চাই বহাগতকৈও পিছলৈ দিন হোঁহকোৱা ঠিক নহয়। জোৰোণৰ গহনা-পাতিও ইতিমধ্যে কৰোৱা হৈ গৈছে।

মাঘৰ বিহুৰ দিনা নতুন মিতিৰৰ ঘৰ চাবলৈ ৰাতিপুৱাই বিহু খাবগৈ অহা বৰমইনাৰ হাতত ঘৰ চমজাই বাছাৰ মাকে বাছাক লৈ বাছেৰে যোৰহাটলৈ ৰাওনা হ'ল।

ৰাছ ষ্টেণ্ডত নামি বাছাই মাকক লৈ ৰিক্সা বিচাৰিলে। কাছাৰীৰ আগত মানুহ আৰু যানবাহনৰ সমাবেশ দেখি সিহঁতে খন্তেক পৰ বিমোৰ হৈ কেউফালে চালে। তাৰপিছতে ৰিক্সা এখনলৈ চকু দিওঁতেই সি মন কৰিলে সেইটো কেন্দুকলাই। কেন্দুকলায়ে এটা বিৰি জ্বলাই মুখত লগাইছিল, তেনেতে বাছাৰ চিঞৰ শুনি সি সিহঁতৰ ফালে চালে। 'আই'ক দেখি বিৰিটো মুখৰপৰা নমালে আৰু ওচৰ চাপি আহি সুধিলে, "ক'লৈ যায় আই ?"

বাছাৰ মাকে উদ্দেশ্যৰ কথা ভাঙি-পাতি ক'লত কেন্দুকলায়ে ক'লে, "বলক মই থৈ আহোঁগৈ।"

—"তই ৰিক্সা চলাৱ নেকি !" বাছাই সুধিলে।

"অঁ। উকীলৰ ঘৰ এৰিলো। মিয়াদ শেষ হ'ল।"

ৰিক্সাত দুয়ো উঠি বহাৰ পিছত কলিগাঁও অভিমুখে কেন্দুকলায়ে ৰিক্সা চলাবলৈ আৰম্ভ কৰিলে। বাছাৰ মাকে ক'লে, 'ইয়াত ৰিক্সা টানি মৰিছ, ঘৰলৈ নেযাৱ কেলেই। বল খেতিকে কৰিবি।"

—"এঃ, সেই অনা দেলে, আই। মৰিশালীত কি কৰিমগৈ। গ'লেই শোকে খুন্দা মাৰি ধৰে।"

—"ইয়াতনো ৰিক্সা টানি কি সুখ পাইছ ?"

—"আপোনালোকৰ হাল মৰাতকৈ পেড্‌ল মৰা বহুত ভাল আই। ইয়াত মই স্বাধীন।"

বাছাৰ মাকে একো নামাতিলে। আজিকালিৰ ল'ৰাক কোনে জোকাই লয় !

কিছু সময় নিৰৱে পাৰ হ'ল। তাৰপিছত বাছাৰ মাকে সুধিলে, "নুমলীৰ ভালনে ?"

"ভাল কিটো। উকীলনীৰ শাৰি-মেখেলা ধুই আছে বান্দী-বেটীৰ দৰে।"

"কিমান দিন থাকিব লাগিব ?"

"তিনি বছৰ। মোকৰ্দমা ডাঙৰ, ফিচ্ বেছি।" এটুকুৰা চাপৰ ৰাস্তা পাই তাৰ ৰিক্সা বেগাই চলিবলৈ আৰম্ভ কৰিলে। হৰ্ণৰ শব্দ, চকাৰ ঘৰঘৰণি শুনি শুনি বাছা ইমান পৰ অতিষ্ঠ হৈ পৰিছিল। সি এইবাৰ বহল আলিবাটৰ দুয়ো দাঁতিৰ ঘৰ-বাৰীবোৰলৈ চাবলৈ আৰম্ভ কৰিলে। মানুহৰ ঘৰবোৰ ইয়াত থেপাথেপি ; মাজে মাজে একো লানি দোকানেই ভৰি থাকে।

বাছাৰ মাকে সুধিলে, "ৰজতৰ মোকৰ্দমা ছিগিব কেতিয়া ?

"কাইলৈ জুৰী বহিব ।"

"কি হ'বগৈ ল'ৰাটোৰ ?"

"কেন্দুকলাই খন্তেক পৰ নিৰৱে ৰ'ল ; তাৰপিছত ক'লে, "উকীলে কৈছে —" বুলি সি কথাষাৰ শেষ নকৰাকৈ ঘপ্ কৰে ৰিক্সাৰপৰা নামি দিলে। ৰিক্সা ৰৈ যোৱাত বাছাই মন কৰিলে ওচৰেদি বৈ যোৱা ভোগদৈ নৈখন। বাছাৰ মাকে কেন্দুকলাইলৈ চাই সুধিলে, "কি হ'ল ৰলি দেখোন ।"

কেন্দুকলায়ে হুক্ হুক্ কৰে কান্দিবলৈ ধৰিলে ।

বাছা আচৰিত হ'ল—"এই পাগল হলি নেকি, কান্দিছ কিয় ?"

—"নাকান্দিবি। এই হেন মদগজ্ মানুহটোক ফাঁচি দিলে চকু পানী নুটুকিব। নুমলীজনীক ৰাখিবই নোৱাৰি ।"

কেন্দুকলাইৰ কান্দোন বেছি হৈ আহিল ; সি ক'লে, "আই কান্দিবলৈ মানুহ পোৱা নাছিলোঁ। আপুনি বাছাৰ আই যেতিয়া মোৰো আই। সেয়ে চকু পানী ৰাখিব নোৱাৰিলোঁ ।"

বাছাৰ মাকে আজি গাম্ভীৰ্য্য, স্থান–কাল-পাত্ৰ সকলো পাহৰি তাৰ ওচৰলৈ গৈ চকু পানী মচি দি ক'লে, "ছিঃ ইমানটো ল'ৰাই কান্দে নেকি। জনম মৰণৰ গৰাকী আমিনে কিবা ।"

কেন্দুকলাই অলপ প্ৰকৃতিস্থ হ'ল। সি বাছাৰ জুৰীয়া ল'ৰা, ইমান শোক সহ্য কৰিবৰ তাৰ বয়স হোৱা নাই। ঘৰখনৰ মৰিশালীৰ সি যেন চিতা জুইকুৰা। চকু পানী মচি সি ক'লে, "ডেকা মানুহটো ফাঁচি দিব, কেনেকৈ চাই থাকিম।"

কিছু সময় সমবেদনা প্ৰকাশত গ'ল। কেন্দুকলাইৰ মনটো পাতলিলত সি আকৌ ৰিক্সাত উঠিল ।

ৰিক্সা চলোতে চলোতে বাছাৰ মনৰ ভাববোৰেও পাকঘূৰণি খাবলৈ ধৰিলে। সি কল্পনা কৰিলে কোনোবাই যেন সিহঁতকো টানি নিচে ফাঁচিশাললৈ। সি কেন্দুকলাইক কি বুলি প্ৰবোধ দিব ভাবি নাপালে। মাথোন ক'লে, "কেন্দুকলাই ৰজতক চাবলৈ মই আহিম দেই ।"

"আহিবি ।"

## ॥ সোতৰ ॥

মিতিৰৰ ঘৰৰ কথা, আহো বুলিও বাছা সোনকালে কাছাৰীলৈ আহিব নোৱাৰিলে। আহি পাই দেখে কাছাৰীৰ ওচৰত মানুহ হেঁচি খাই ধৰিছে। সি প্ৰথমতে ভাবিছিল, মানুহবোৰে ৰজতৰ ফাঁচিৰ কথা শুনিবলৈ গোট খাইছে, কিন্তু পিছতহে গম পালে যে কিবা বস্তু-সম্পত্তিৰ নীলাম হৈছে। সি সেই মানুহজুম পাৰ হৈ কাছাৰীঘৰত পিত্ পিত্কৈ ৰজতৰ বিচাৰৰ কোঠা বিচাৰিলে। কিছু পৰৰ পাছত সি দেখিলেগৈ এখন দুৱাৰৰ কাষত নুমলী থিয় হৈ আছে। সি গৈ কোনো ৰকম সেইখিনি পাই নুমলীক মাতিব খুজিছেহে, এনেতে দেখিলে ওপৰৰ এজলাচত বহি জজজনে কিবা কৈছে। জজজনে যি ফালে চাই কথা কৈছিল সেই ফালে থিয় হৈ আছিল ৰজত। বাছাই মানুহটো চালে। গালে মুখে ক'লা দাগ পৰিছে, গাত ফাটেকিয়ালৰ সাজ। দাড়িয়ে-গোফে তেনেই বাবাজী হৈ পৰিছে।

জজে কোৱাৰ পিছত ৰজতেও কিবা ক'লে, কিন্তু কি ক'লে সি একো নুবুজিলে। মানুহে হেঁচি খাই ধৰিছিল জজৰ কেউফালে।

পাঁচ মিনিট মানৰ পিছত এটা অস্ফুট গুণগুণনি হ'ল। তাৰপিছত সিয়ে বিননি হ'ল। লগে লগে সি থকা দুৱাৰখনৰ ফালে কোনোবা আহিবৰ বাবে বাট মুকলি কৰি দিলে। কোনোবা এটাই ক'লে, তিনিটাৰ খুনী! আন এটাই ক'লে, ফাঁচি!

"ফাঁচি!"

বাছাৰ অকমাণি মূৰটো ঘূৰাই গ'ল। এটা দৰ্শকে ক'লে "আলবৎ তিনিটা মানুহ কাটি সি সাৰি যাব। জীৱনৰ বদলি জীৱন।"

বাছাই দেখিলে ওলোৱা সুৰুঙাইদি পুলিচে ৰজতক লৈ আনিছে। সি বাটৰ একেবাৰে মুখলৈ আহি মাতিলে, "ৰজত কাই। তোমাৰ ফাঁচি।"

ৰজতে মুখ ঘূৰাই দেখিলে বাছা। "বাছা, মই গলোঁ। জীৱনটো শোধালোঁ। যাওঁ দেই।"

ৰ'বৰ সময় নাই। পুলিচে টনাটনি লগাইছে। নুমলীয়ে কান্দোনত গছৰ পাত সৰুৱাইছে। ৰজতে হঠাতে বাছাক ক'লে, "আইক কবা বাছা, নুমলীক চাবলৈ।"

কথা কৈ ধৰিতে পুলিচৰ পিছে পিছে খোজ ললে। নুমলীয়ে পিছে পিছে কান্দি গ'ল। অলপ পিছতে সি কেন্দুকলাইক দেখিলে নুমলীক টানি ৰখা। তাৰপিছত সি একো নেদেখিলে। মানুহেৰে তাৰ সমুখখন ঢাক খাই গ'ল। কোনোবা এটাই ক'লে ঃ আচৰিত মানুহ। জীৱনলৈ ভয় নাই। সদায় খালি এই একেই কথা ঃ মাৰিছে হয়, মাৰিছে হয়। এটা নহয়, দুটা নহয়, তিনিটা। তই, আমি নোৱাৰোঁ।

আন এটাই সুধিলে ঃ কিয়নো মাৰিলে।

—এই মাটি! মাটিৰ কাজিয়া। মহাজনকো মাৰিলে, কুলীকো মাৰিলে।

—হৰিবিষ্ণু!

বাছা তাত ৰ'ব নোৱাৰিলে। তাৰ বুকুখন হুম-হুমাবলৈ ধৰিলে, চকুৰেদি উতলা পানী পৰিবলৈ লাগিল।—"ৰজত কাই! ৰজত কাই! তুমি হেন মানুহটো কিয় আত্মবলেৰে মাৰিলা এই দৰে!"

বাছা লৰিবলৈ ধৰিলে। চকু পানীতে বাট নেদেখা হ'ল। সি মনে মনে ক'লে, 'ৰজত কাই, তোমাক আৰু ক'ত দেখা পাম!" অলপ ৰৈ সি আকৌ ক'লে, "আমাৰ গাঁওখন সুদা হ'ল।"

হঠাতে তাৰ চকুৰ আগত ভাহিবলৈ ধৰিলে চাপৰিৰপৰা গাখীৰ আনিবলৈ নাৱত যোৱাৰ কথা। গোটেইখন বানপানীয়ে ভৰি পৰিছে। বানপানী নে চকুৰ পানী!

## ॥ ওঠৰ ॥

ৰজতৰ ফাঁচিৰ খবৰ পাই বাছাৰ মাকে কিছু পৰ জলকা লাগি ৰ'ল। তাৰপিছত মুকুলীৰ মাকক ক'লে, "বিয়নি নুমলীক মাত এষাৰ ল'গাই আহোগৈ বলক।"

মুকুলীৰ মাকে চাকৰণী ছোৱালীৰ খবৰ কৰিবলৈ যাবলৈ ইতস্ততঃ কৰিছিল, কিন্তু বিয়নিৰ আগ্ৰহ দেখি ফুটাই একো নক'লে। মাথোন সংক্ষেপতে উত্তৰ দিলে, "বাক বলক।"

নগৰৰ নিয়ম বাছাৰ মাকে ববকৈ নাজানে। ইয়াত মানে মানেহে আদান-প্ৰদান হয়। মানৰ তল হ'লে আদান-প্ৰদান কৰা সন্মান হানিকৰ। কিন্তু তেওঁৰ এইবোৰ বুজিবৰ সময় নাই, দৰকাৰো নাই।

নুমলীক তেওঁ মাত এষাৰ লগাবই লাগিব। গৃহলৈ বেলিকা দুয়ো এখন ৰিক্সা লৈ উকীলৰ ঘৰ ওলালগৈ। উকীলৰ লগত তামোলচালি খাই মহলা মাৰোতেই কিছু সময় গ'ল। তেতিয়ালৈকে নুমলীক নেদেখি বাছাৰ মাকৰ মনে উচ্‌পিচাবলৈ ধৰিলে। তেওঁ পাক মাৰি উকীলনীক সুধিলে, "নুমলীক মাতি দিবনে ?"

"দিছো ৰ'ব। তাই আকৌ বা কি কৰি আছে। আজি গিৰিয়েকক ছিপ্‌জৰী দিয়াই আহিলে নহয়। এইবোৰ চাকৰণী নহয়, মহা গলগ্ৰহ, শুনিছেনে! তেখেতক ভোলানাথ যেন পাই যেয়ে সেয়ে অলগৰ্ধ চাকৰ কিছুমান দি ফিজৰপৰা নিস্তাৰ লাভ কৰে।" কথা কৈ থাকোতে উকীলনীয়ে নুমলীক মাতিবলৈ পাহৰি গ'ল। বাছাৰ মাকে প্ৰমাদ গণিলে। উকীলনীয়ে ক'লে, "গিৰিয়েকে এটাকৈ নহয় তিনিটা কাটিলে। সেও ললে। এতিয়া সেয়া ছিপ্‌জৰী লবলৈ গৈছে। বেয়াও লাগে, খেদিও দিব নোৱাৰি।" নুমলীৰ বিষয়ে উকীলনীয়ে দিয়া মন্তব্যবোৰ শুনি বাছাৰ মাকে বুজিলে এই ঘৰখনত নুমলীৰ স্থান কি।

"ছোৱালীজনী ৰাখিব নোখোজে যদি মোৰ লগতে পঠিয়াই দিয়ক।" বাছাৰ মাকে ক'লে।

"আও, ছোৱালী এৰিব নোৱাৰি। তাইৰ তো ঘৰ-দুৱাৰ নায়েই। তদুপৰি টকা উচন নোহোৱালৈকে পঠিয়াবলৈ টান হ'ব।"

ৰজতৰ ফাঁচিয়ে উকীলহঁতৰ ঘৰত কাৰো মনত কোনো গভীৰ সাঁচ পেলাব পৰা নাই। ফাঁচি, জেল, জৰিমনা শব্দ ইয়াত নিতৌ বহুবচনত ব্যৱহাৰ হয়। তাৰ কোনো বিশেষ অৰ্থ নাই। সেই কাৰণে তেওঁ নিশ্চিতভাৱে বুজিলে যে নুমলীক উকীলৰ ঘৰৰপৰা লৈ যাবৰ বাবে কৰা চেষ্টা পণ্ডশ্ৰম মাত্ৰ।

কিছুপৰ কথা-বতৰা পতাৰ পিছত কিবা কামত নুমলী আপোনা-আপুনি ওলালহি। বাছাৰ মাকে মাতিলে, "অ নুমলী!"

"আই!" বুলি হঠাতে তাই কান্দনমুৱা হৈ তেওঁৰ ফালে চাই ৰৈ গ'ল।

"এইজনীয়ে আকৌ কান্দিয়েই থাকে কেঁচুৱা ছোৱালীৰ দৰে। মই কৈছোঁ এনেকুৱা মানুহক বিয়া কৰাইছিলি কেলেই!" উকীলনীয়ে ক'লে।

"নুমলী এতিয়া শোক নকৰিবি আৰু। যি আছে ভাইগত হ'বই।"

বাছাৰ মাকে এইদৰে কৈ সুধিলে, "তইতো এতিয়া ঘৰলৈ নেযাবই।"

"ঘৰ আৰু মোৰ ক'ত আছে আই।" নুমলীয়ে কলে, "এতিয়া বান্দী-বেটী হৈ কাল কটাব লাগিব।" নুমলীৰ অন্তৰৰ দুখ বাছাৰ মাকৰ বাহিৰে কোনেও গভীৰভাৱে উপলব্ধি কৰিব নোৱাৰিলে। বাছাৰ মাকৰ আৰু নুমলীৰ কথা-বতৰাবোৰ উকীলনীয়ে পছন্দ নকৰিলে। বিশেষকৈ নুমলীৰ উত্তৰটো। সেইকাৰণে তেওঁ কোনো কথা-বতৰা নোকোৱাকৈ তাৰপৰা লাহেকৈ উঠি গ'ল। মুকুলীৰ মাকেও এইবোৰ কথাত বিশেষ প্ৰতি নাপাই নিঃশব্দে উঠি উকীলনীৰ পিছে পিছে গৈ তেওঁৰ তেওঁৰ কোঠাত সোমালগৈ।

বাছাৰ মাকে নিৰ্বিকাৰ হৈ সুধিলে, "নুমলী, মই থাকো মানে মোৰখনকে ঘৰ বুলি লবি।" তাৰপিছত ক'লে, "তোক চাবলৈ ভাৰ দি গৈছে ৰজতে। মই মৰিলেও বৰমইনাহঁতৰ তাতো আশ্ৰয় পাবি। মই সিহঁতক ক'ম।" অলপ ৰৈ আকৌ সুধিলে, "তোক দুদিনমানৰ বাবে লৈ যাম বুলি ভাবিছিলোঁ। পিছে—"

"আও, সেইবোৰ কথা নুলিয়াব আই! মোক মৰিলে বুলি ধৰিব।" তাইৰ মাতটো থোকাথুকি হ'ল।

"কিয় নুমলী?"

"মই পতিৰ ঋণ সুজিহে যাব পাৰিম। আপুনি পাৰিলে কেন্দুকলাইকে নিয়কগৈ।"

"তাকো কৈছিলোঁ, সি নাযায়।"

তাৰপিছত কিছু সময়লৈ কাৰো মুখত কথা নোলাল। কথাও নাছিল একো। কিন্তু নুমলীয়ে বাছাৰ মাকৰ কাষত থাকি অলপ সান্ত্বনা পাইছিল। তাইৰ বৰ্তমানো অন্ধকাৰ, ভৱিষ্যতো অন্ধকাৰ। সেই কথা বুজিবপৰা মানুহ সংসাৰত এই এজনীয়েহে আছেগৈ। বাছাৰ মাকে ক'লে, "কাম কেনে পাইছ।"

নুমলীয়ে একো নামাতিলে। নামাতিয়েই তাই প্ৰশ্নৰ যথাযথ উত্তৰ দিলে। বাছাৰ মাকে বুজিলে উকীলনীয়ে তাইক বৰ ভাল চকুৰে নাচায়। এতিয়া হয়তো আৰু নাচাবও। তথাপিও তেওঁ একো নক'লে। লাহেকৈ ক'লে, "নুমলীৰ মাকক খবৰ দে। আমি যাওঁ। ভগৱানে তোৰ মঙ্গল কৰক।"

নুমলীয়ে নিঃসহায়ৰ দৰে বাছাৰ মাকক সেৱা এটা কৰি ক'লে, "মোৰ আৰু কোনো নাই, আই। কেতিয়াবা এইদৰে মাত এষাৰকে দি যাব।"

বাছাৰ মাকে দেখিলে গোটেইখন আন্ধাৰহৈ পৰিছে। ইয়াত আৰু থাকিব নোৱাৰি। পৃথিৱীখন যেন কঠুৱা হৈ পৰিছে, দয়া-মায়া-ধৰম সকলো শেষ হৈ গৈছে। নুমলীক এৰি যোৱাৰ লগে লগে তেওঁৰ ধাৰণা হ'ল যেন নুমলীকো কোনোবাই ৰজতৰ লগতে ফাঁচি দিলে।

ঘূৰি আহোঁতে মুকুলীৰ মাকে বাছাৰ মাকক একৰকম তিৰস্কাৰেই কৰিলে, চাকৰণীৰ গলত এনেকৈ কথা পতাৰ বাবে। উকলনীয়ে বোলে খুব বেয়া পাইছে। তেওঁহে বুজাই-বঢ়াই কৈ আহিছে বেয়া নাপাবলৈ।

বাছাৰ মাকে খঙত ক'লে, "উকীলনীৰ গাত দয়া-মৰম একো নাই নেকি?"

মুকুলীৰ মাকে সুধিলে, "কি কৈছে?"

বাছাৰ মাকে ক'লে, "প্ৰভা যেনেকুৱা, তায়ো মোৰ তেনেকুৱা।"

মুকুলীৰ মাকে ভাবিলে বিয়নী কেনেকুৱা মানুহ!

॥ ঊনৈছ ॥

বহাগৰ সাতাইছ তাৰিখে পুৱাই বাছাহঁতৰ ঘৰত বিয়াৰ ঢোল বাজি উঠিল! গাঁৱৰ ডেকা ল'ৰাবোৰে ইংৰাজীতে কপাহৰ আখৰেৰে WELCOME লিখি এখন গেট তৰি দিছিল। মিতিৰ কুটুমবোৰ আহি সভাস্থল তল-ওপৰ লগাইছিল। চাহ জলপানৰ মাজে মাজে মানুহে টুৱেণ্টি নাইনৰপৰা আৰম্ভ কৰি কেৰম-ব্ৰিজলৈকে নানা খেলাত প্ৰাণ ঢালি দিছিল।

বিয়াৰ বতৰ ভাল, সম্প্ৰদানৰ সময় জোখাতে, মটৰ-লৰীও হাতেৰে চুকি পোৱাত,—কাজেই চৰম মুহূৰ্তৰ বিষয়ে নিশ্চিন্ত হৈ সকলোৱে উৎসৱত গা ঢালি দিছিল। উৎসৱ আটাইতকৈ বেছি লাগিছিল বাছাৰ গাত আৰু উদ্বিগ্নতা সবাতোকৈ বেছি বহন কৰিছিল মাকে। ৰাতিপুৱাৰেপৰা বাছাই গাঁও ঘূৰি বায়না দিয়া বস্তুবোৰ আনিছিল আৰু আজৰি পালেই আলহী-দুলহীক বহুৱাই নিজে ৰচনা কৰি যোৰহাটত ছপা কৰাই অনা প্ৰীতি-উপহাৰ বিলাইছিল। বাছাৰ মাকে নতুন

ৰিহা-মেখেলা পিন্ধি ন পুৰুষৰ শ্ৰাদ্ধৰ বস্তু যতনাই দিয়াৰেপৰা আলহী-অতিথিক ভাগে ভাগে নি মানে-জহে খুউৱালৈকে সকলো কাম নিপুণ হাতেৰে কৰি গৈছিল।

বাপুকণে ভাঙৰ চিলিম লৈ এচুকত বহি গাঁৱৰ ল'ৰা-ছোৱালী-বোৰক ৰজতৰ ফাঁচিৰ কথা কৈ ত্ৰস্ত, বিস্মৃত আৰু অবাক কৰি দিছিল। সি সমজুৱাসকলকো সাৱধান কৰি শুনাইছিল, যে মহাজন-বোৰে সোনকালে মাটি এৰি নিদিলে সিহঁতকো হালোৱাবোৰে কাটি-মাৰি বুন্দামাৰ কৰিব। ৰজতৰ দুৰ্ভাগ্যৰ কথা ঢুলীয়া ওজাকেইটায়ো ঢোলত গাই শুনাই সমজুৱাক শোকত আপ্লুত কৰিছিল।

ঠিক এনে সময়তে এনে এখন মলিয়ন ধুতি, এটা মলিয়ন চোলা, খুৰোৱা মূৰ আৰু ভোবোকাৰ দাড়ি লৈ এটা মানুহ ৰভাস্থলী ওলালহি। উপস্থিত মানুহবোৰে তাক আচৰিত হৈ চালে। কোনোবাই ভিক্ষাৰী বুলি বাছাৰ মাকক খবৰ দিলেগৈ, বাছাৰ মাকে ওলাই আহি দেখিলে সেইটো মন।

"মন।"

"আই।"

"বহ। কেতিয়া ওলালি?" বাছাৰ মাকে সুধিলে।

"আজি পুৱা।" বুলি সি এখন বেঞ্চিত বহি পৰিল। বাছাৰ মাকে কাম কৰিবলৈ পাহৰি গ'ল। তেনেতে বাপুকণক ৰজতৰ ফাঁচিৰ কথা কৈ থকা শুনি বাছাৰ মাকে সুধিলে, "ৰজতৰ ফাঁচি হ'ল নেকি?"

মনে হুঁমুনিয়াহ ছাৰি ক'লে, "সি মৰি ভূত হ'ব পায়।"

"তাক ল'গ পাইছিলি।"

"পাইছিলো।"

"ভাগ্যৰ ফেৰ। সি ভালেৰে আছিল নে?"

"অঁ কালিলৈকে ভালেৰে আছিল। আজিতো গ'লেই।"

বাছাৰ মাকে আৰু কোনো কথা ক'বলৈ সময় নাপালে। ভিতৰৰ-পৰা কোনোবাই চিঞৰিলে। মনেই সুধিলে, "কাৰ বিয়া আই?"

"বৰমইনাৰ। তই বহ। জলপান এটা খাই যা। ইয়াতে থাক।"

মন বহিল বাছাৰ মাক ভিতৰলৈ গ'লগৈ। বাছাৰ মাকে যোৱাৰ লগে লগে ৰভাৰ তলত মানুহবোৰে বাপুকণলৈ চকু দিবলৈ এৰি মনলৈ

চকু দিলে। মনে তপত খবৰ আনিছে। অ'টাইগাৰে মনকি ,ইটো সিটো প্ৰশ্ন কৰি অতিষ্ঠ কৰি তুলিলে। বিশেষকৈ ৰজতৰ কথা। ৰজত কেনেকৈ ফাঁচি কাঠত ওলমিলে, মৰাব আগতে কান্দিছিল নে নাই, নুমলীক লগ পাইছিলে নে নাই, তাক কিবা কৈছিল নেকি ইত্যাদি অনেক বাবেবিংকৰা প্ৰশ্ন কৰি তাক জুলুম দিবলৈ ধৰিলে।

বাপুকণে ৰভাঘৰৰ মনোযোগ আকৰ্ষণ কৰিবলৈ অলপ সময় বৃথা চেষ্টা কৰি অৱশেষত ঈৰ্ষাবশতঃ মনৰ ফালে আঙুলি টোৱাই ক'বলৈ ধৰিলে, "এতিয়া আহিছ। ঘৰৰ ভেটি উচন হ'ল। বামুণে মাটি কাঢ়ি নিলে। বোপাই গ'ল, আই গ'ল, তিৰোতা গ'ল, ল'ৰা-ছোৱালী গ'ল, মৰ্য্যদা গ'ল। গৰু চোৰ। এতিয়া আহিছ!"

মনে কথা ক'বলৈ এৰি মানুহটোলৈ এবাৰ চাই সুধিলে, "বাপুকণ নহয়নে এইটো। বংশধৰ বলিয়া হ'ল নেকি?"

তেনেতে হাতত কিছুমান কলপতুৰা লৈ আহি হঠাতে মনক দেখি বাছাই আচৰিত হৈ সুধিলে, "মন কাই!"

"বাছা।"—মনে বাছালৈ চাই আকৌ তললৈ মূৰ কৰিলে। বাপুকণে টেক্‌টেক্‌কৈ হাঁহিবলৈ ধৰিলে।

বাছাই লৰালৰিকৈ পাতখিনি যথাস্থানত থৈ আহি দেখিলে, মন উঠি পৰিছে। "মন কাই। ব'বা জলপান খাই যোৱা।"

বাছাক মাতি নি মনে খুব লাহে লাহে ক'লে, "ঢোলৰ মাত শুনি মোৰ গা বেজবেজাই গৈছে, বাছা। মই যাওঁ। ঘৰলৈ যাওঁ।"

"ঘৰত একো নাই।"

মনে থৰ হৈ ৰৈ গ'ল। তথাপি সি ক'লে, "মই যামেই। মোৰ ঘৰহে মোৰ স্থান।" এই বুলি কৈ কোবাকুবিকৈ যাবলৈ ধৰিলে। বাছাৰ মাকে তাক পিছফাললৈ মাতি মাতি আনিব নোৱাৰিলে। সি লাহে লাহে সিহঁতৰ উচন হোৱা ভেটিব ফালে খোজ ললে। বাটৰ কাষৰ চতিয়না, কঁঠাল বাঁহ, নাহৰ আৰু শিমলু গছবোৰ সি দেখি চিনি পালে। সিহঁতেও তাক দেখি মূৰ জোকাৰিলে। হোলাৰ কাষৰ সৰু চতিয়ানা পুলিটো বৰ এজোপা হ'ল। হোলাটোৰ কাপোৰ ধোৱা ঘাটটো এতিয়া বোকাৰে ভৰা। সিহঁতৰ ঘৰৰ কেৱে তাত কাপোৰ নোধোৱে। সিহঁতৰ বাৰীখন এৰা বাৰীৰ দৰে হাবিয়ে জংঘলে ভৰি পৰিছে। তাত ভাত-ৰন্ধা জুহালখন কেৱল ক'লা হৈ জিলিকি আছে। ওচৰৰ চোতালৰ ধান বহোৱা উধান তিনিটা মুখ মেলি পৰি আছে।

ম্লান ঘৰটোত ভৰি দিয়াৰ লগে লগে তাৰ বুকুখন হম্‌হমাই গ'ল। ''আই, আই'' বুলি সি চিঞৰি উঠিল। কিন্তু কাৰো ক'তো মাত নাপালে। আই মৰি ভূত হ'ল। আইৰ শোৱা চাঙখনো নাই, কেৱল খুটাকেইটাৰ চিন আছে। তাতে সি বহি পৰিল। বহা শব্দ শুনি এডাল দীঘলীয়া নিগনি খোৱা সাপ বগাই ভেটিৰপৰা লাহে লাহে কাষৰ হাবিয়নিত সোমালগৈ। সাপডাল দেখি আজি তাৰ লেশমানো ভয়ৰ উদ্ৰেক নহ'ল। ''আই আই'' বুলি সি খুব কাতৰভাৱে চিঞৰ লগালে। দুটামান কুকুৰে ওচৰতে এডাল হাড় লৈ দুৰ্বাদল কাঁজিয়া কৰিছিল। অদূৰত এটা শিয়ালে নতুন আগন্তুকৰ বস্তু-বাহানিৰ প্ৰতি সন্তৰ্পণে দৃষ্টিপাত কৰি ৰৈ আছিল। ''আই আই'' বুলি সি বুকুখনত হেঁচা দি আকৌ এবাৰ চিঞৰিলে। এই ভেটিতে এদিন আইৰ গৰ্ভত তাৰ জন্ম হৈছিল। এই ভেটিৰ মাটি পৱিত্ৰ। এই মাটিৰ প্ৰত্যেক চপৰাতে তাৰ বাপেক-মাক, আজো-ককাকহঁতৰ ভৰিৰ ধূলি পৰি আছে। হঠাতে সি মন কৰিলে পিছফালৰ কঁঠালজোপাত ঠোক ধৰিছে। কঁঠালজোপা বহুদিনীয়া। কিন্তু গছজোপাৰ গাত যেন প্ৰাণশক্তি নাইকিয়া হৈ পৰিছে। গছজোপাই আকৌ হঠাতে তাক আইৰ কথা মনত পেলাই দিলে। সি অস্ফুট স্বৰেৰে আপোন মনে "আই আই" বুলি চিঞৰিলে। কি কাৰো ক'তো মাত নোলাল। তেনেতে এটা কুলিয়ে 'কুউ কুউ' বুলি এটা উন্মাদনাৰ সৃষ্টি কৰিলে। সেই শব্দৰ উত্তাল তৰঙ্গৰ পৰশত তাৰ মনত হঠাতে ঘৈণীয়েক আৰু মৰা ল'ৰা চোন্তিৰ স্মৃতি জাগিছিল। সিহঁতে নিশ্চয় তাক দোষিছে, শাও দিছে আৰু পুৰুষত্বক ধিক্কাৰ দিছে। আকৌ এক পৰম বেদনাত সি চিঞৰি উঠিল "আই আই"। যেন আই তাৰ সকলো দুৰ্বলতা আৰু ধ্বংসৰ শেষ ৰক্ষা কৱচ।

এইদৰে কিছুপৰ গ'ল। কিন্তু এনেকৈ কিমান চিঞৰিব? লাহে লাহে তাৰ ভাগৰ লাগিল। ভাগৰত লবেজান হৈ তাৰ মনত পৰিল কেন্দুকলাই আৰু নুমলীৰ দশালৈ। কেন্দুকলাইক সি লগ পাইছিল। সি ঘৰলৈ আৰু ঘূৰি নাহে, নগৰত ৰিক্সা চলাব। ৰিক্সা চলাই সি নিজক পুহিব। মাটি-ভেটি-ঘৰ-দুৱাৰ তাক একো নালাগে। হয়তো সি ঠিকেই কৰিছে। জীৱনত সি ককাইৰ মৰম, অনুগ্ৰহ আৰু শিক্ষা একো নাপালে। বৰং তাৰ মোকৰ্দমাৰ ফিজৰ বাবদ বহু বছৰ উকীলৰ তাত চাকৰ হৈ দিন কটালে। তাৰ মাটি-ভেটিৰ মোহ নাইকিয়া

নকৈ কাৰ হ'ব ? এতিয়া সি তাৰ গুৰিলৈ কোনো কম ঘূৰি নাহে। নুমলীও তথৈবচ। তাইৰ এখনো ঘৰো নাই ; মাকৰ ঘৰো গ'ল, গিৰিয়েকৰ ঘৰো গ'ল। তায়েইবা ইয়ালৈ আহিব কেনেকৈ ? আহিব খুজিলেইবা উকীলেনো তাইক সতকাই এৰিব কেলেই। বাপুকণ আৰু ঘৈণীয়েকো তাৰ ওচৰলৈ আৰু ঘূৰি নাহে। এই ভেটি সকলোৱে এৰিলে। এই ভেটিত সি কি কৰিব ? কেনেকৈ ইয়াক পুনৰ নিৰ্মাণ কৰি ল'ব। কোনে সহায় কৰিব ? এইবোৰ ভাবি–চিন্তি থাকোতে থাকোতে লঘোণে-ভোকে তাৰ মূৰ আচন্দ্ৰাই কৰিবলৈ লাগিল। এক অসহ্য বেদনাত সি আকৌ "আই আই" বুলি চিঞৰি লাহে লাহে বিমৰ্ষ হৈ তাতে শুই পৰিল।

দৰা যোৱাৰ পিছত বাছাৰ মাকে হঠাতে বাছাক মতাই অনালে। বাছা দৰাৰ লগত যোৱা নাছিল। সি আহিলত মাকে ক'লে, "বাছা, মেন্‌থল্ লাইটটো লচোন। মনৰ তালৈ যাওঁ।"

"এই ৰাতিখন যাবি নে ?" বাছাই সুধিলে।

"নহয় ব'ল। সি মনৰ দুখত জলপান নাখাই গুচি গ'ল। তাক জলপান এটা নুখুউৱালৈকে মোৰ মনটোৱে শান্তি নাপায়। বুঢ়া ভকত আৰু বুঢ়ীৰ আত্মাই নহ'লে মোক ক্ষমা নকৰে।"

বাছাই মাকৰ মৰম দেখি আচৰিত মানিলে। ইয়াৰ ওপৰত কোনো যুক্তি-তৰ্ক নাখাটে। কিন্তু বিয়াৰ ঘৰৰ কোনোবা এগৰাকীয়ে হঠাতে এই আয়োজন বন্ধ কৰিবলৈ ক'লে "দৰাৰ মাক দৈৱকী ; এনেকৈ বাহিৰলৈ যাব নাপায়।"

বাছাৰ মাকে তালৈ কাণ নিদিলে, মাথোন ক'লে, "একো নহয় ব'ল, বাছা"—বুলি তেওঁ বাছাক লৈ পদূলিৰ মূৰ পালেগৈ।

কিছুপৰ যোৱাৰ পিছত তেওঁলোকে মনৰ ঘৰৰ ভেটিত ভৰি দিলেগৈ। লাইট্‌টোৱে ভেটিটো দিন যেনে পোহৰাই পেলালে। পোহৰত ভয় খাই পিয়াল এটা জাপ মাৰি অলপ আঁতৰৰ হাবিত সোমালগৈ। বোধহয় সি শুবলৈ আহিছিল। বাছাই লাইট লৈ অলপপৰ বিচৰাৰ পিছত দেখিলে এটা চুকত মনে ঘোৰঘোৰাই টোপনি মাৰিছে। মানুহটো এডাল কাঠৰ দৰে ঠটা মাটিত পৰি আছে।

"মন কাই। অ মন কাই।" তিনিবাৰমান চিঞৰাৰ পিছত সি উঠি বহিল। মনে চকু মোহাৰি বাছাৰ ফালে চাই ক'লে, "কি হ'ল বাছা ? অ' আয়ো আহিল দেখোন। কি হ'ল ? বিয়াৰ কিবা—।"

"বিয়াৰ খবৰ সব ঠিকেই আছে।" বাছাই ক'লে, "আয়ে তোমাক নিবলৈহে আহিছে।"

মনে কথা ক'বলৈ নৌ পাওঁতেই বাছাৰ মাকে উদং ভেটিটোত শুই থকা বাবে তাক অজস্ৰ তিৰস্কাৰ কৰিলে। তাৰপিছত ক'লে। "ব'ল। এতিয়া উঠ আৰু। এজনী মাৰ ঢুকাল। আৰু এজনী আছো নহয়। বৰমইনা যেনেকুৱা তয়ো তেনেকুৱা। আহ। ব'ল। কিবা এটা খাগে ব'ল।"

মনে বাছাৰ মাকৰ মুখলৈ মুগ্ধ হৈ কিছু পৰ চালে, তাৰপিছত উঠিল। সি ভাবিলে পৰৰ আই এজনী সঁচাকৈ জানো নিজৰ আই হ'ব পাৰে? এই প্ৰশ্নৰ উত্তৰ সি থিতাতে নাপালে। ইপিনে তাৰ বৰ ভোক লাগিছিল, আৰু মনটোৱেও জীয়াই থাকিবলৈ এটা ঢোকা বিচাৰিছিল।

তাৰ নিৰৱতালৈ লক্ষ্য কৰি বাছাৰ মাকে ক'লে, "আহ। মই বিয়াৰ ঘৰখন এৰি থৈ আহিছোঁ।"

হঠাতে মনৰ হুঁচ হ'ল যে বিয়াৰ খবৰ সি লোৱাই নাই। সি সুধিলে, "দৰা গ'ল নেকি?"

"গ'ল। বৰমইনাই যাবৰ সময়লৈকে তোৰ খবৰ ললে।" বাছাৰ মাকে ক'লে।

মনৰ অনুতাপ হ'ল। বৰমইনাক অন্ততঃ যাবৰ সময়ত এবাৰ সি দেখা দিবলৈ যাব লাগিছিল। সি তো একো অপৰাধ কৰা নাই। মনে নিশব্দে যাবলৈ সাজু হ'ল আৰু বাছাৰ হাতৰপৰা লাইটটো ললে।

আগে আগে মন আৰু লাইটটো! পাছে পাছে মাক আৰু বাছা। হঠাতে আকাশত জোন উঠি আহিল! বাছাৰ মাকে সুধিলে, "ৰজত তেনে গ'ল।"

গ'ল।" হুঁমুনিয়াহ পেলাই মনে ক'লে।

"নুমলীক মই আনিব খুজিছিলোঁ, পিছে উকিলনী ৰাজী নহ'ল। তাইক চাবি।"

মনে ক'লে "তাইৰ পিনে আজি পাইছেগৈ চাগে।"

বাছাৰ মাকে ক'লে, "এবা তহঁতৰ ল'ৰা–লুৰিবোৰৰ দুৰ্দশা দেখি মই বৰ দুখ পাইছোঁ।"

মনৰ হিয়াখন কিয় জানো হঠাতে শাঁত পৰি গ'ল। জোনটোৱে আহি যেন তাৰ বুকুৰ আন্ধাৰ নাইকিয়া কৰি দিলে।

---